# ত্ৰয়ী

কুৰি শতিকাৰ তিনি গৰাকী
ব্যক্তিত্বময়ী নাৰীৰ জীৱন কাহিনী

শ্ৰীকল্পিতা দুৱৰা

প্ৰকাশিকা ঃ
কল্পিতা হুৰবা
কল্পতৰু
বনোৱানগৰ
গুৱাহাটী - ৭৮১০১৮

প্ৰথম প্ৰকাশ
এক আগষ্ট/৮৪

পৰিবেশক ঃ
বাণীপ্ৰকাশ
পাণবজাৰ
গুৱাহাটী - ১

বেচ ঃ পোন্ধৰ টকা মাথোন



ছপা ঃ
বাণীপ্ৰকাশ মুদ্ৰণী
৫ উদ্যোগ পাম
গুৱাহাটী - ২১

মোৰ পূজনীয়া মা—

স্বৰ্গীয়া স্বৰ্ণলতা শইকীয়াৰ

পবিত্ৰ সোঁৱৰণীত।



# আগকথা

শ্ৰীযুতা কল্পিতা দুৱৰাই যুগুত কৰা "ত্ৰয়ী" নামৰ অনুপম কিতাপখন হাতেলিখা অৱস্থাতে পঢ়ি চাবলৈ সুযোগ দিয়াত গ্ৰন্থকৰ্ত্ৰীক কৃতজ্ঞতা জনাইছোঁ। হাতে-লিখা অৱস্থাত গ্ৰন্থ এখন পঢ়া আৰু তাৰ গুণাগুণ পৰীক্ষা কৰা কামটো বৰ আমোদজনক বুলি কব নোৱাৰি, পাছে "ত্ৰয়ী"খন পঢ়ি যাওঁতে আমণি পাওঁ চাৰি মোৰ অৱসাদগ্ৰস্ত আবেলি একোটা বৰ সুখেৰে অতিবাহিত হ'ল। গ্ৰন্থকৰ্ত্ৰীৰ এই সাহিত্যকৰ্ম্ম যে সুস্বাদু হৈছে এইটোৱেই প্ৰথম চিন।

'ত্ৰয়ী' তিনিগৰাকী বিশ্ববিশ্ৰুতা মহিলাৰ জীৱনৰ বৈচিত্ৰময়ী কাহিনী। পূৰ্ণাঙ্গ জীৱন বৃত্তান্ত নহৈও প্ৰতিগৰাকী মহিয়সী নাৰীৰ জীৱনৰ মহিমা আৰু বৈশিষ্ট্যৰ ওপৰত চৌফলীয়া পোহৰ পেলাবলৈ লেখিকা সমৰ্থৱতী হৈছে। এইটো সকসুৰা কৃতিত্বৰ কথা নহয়। স্বৰূপতে তিনিওগৰাকী মহিলাৰ জীৱনৰ বাট সুকীয়া আৰু গতিও ভিন্নপ্ৰকাৰৰ। গল্ডামেয়াৰ, সৰোজিনী নাইডু আৰু এলিণৰ ৰুজভেল্ট তিনিওগৰাকীয়েই ৰাজনীতিৰ দুৰ্গম আৰু আহুকলীয়া পৰিবেশত নিজৰ নিজৰ ব্যক্তিত্বক বিকাশ কৰাৰ সুযোগ লৈছিল আৰু পাইছিল। কেইগৰাকী মহিলাৰ মহত্বৰ আপোন আপোন মাধুৰিমা আছিল। গ্ৰন্থখনত মহত্বৰ সেই দিশবোৰ ফুটাই তোলাত লেখিকা যথেষ্ট কৃতকাৰ্য্য হৈছে।

ভাষা নিমজ আৰু শব্দাড়ম্বৰ বৰ্জ্জিত। ইয়াত লীলাৰঙ্গে ওলাই অহা লিখন-ৰীতি এটাই বক্তব্য বিষয় আৰু বৃত্তান্তক জীয়নীশক্তি

দান কৰিছে। জীৱন বৃত্তান্তৰ ভাষা শ্ৰমপ্ৰসূত হলে পাঠকক অলপতে আমুৰায়। সেই দুৰ্গুণটো ইয়াত নাই।

গ্ৰন্থখন ছপা হৈ ওলালে আমাৰ পাঠক সমাজে পঢ়িবলৈ ভাল সামগ্ৰী এটা পাব আৰু বিশেষকৈ ছাত্ৰীসকলৰ কাৰণে এখন প্ৰেৰণাদায়ক গ্ৰন্থৰূপে প্ৰতিষ্ঠা লাভ কৰিব বুলি মোৰ বিশ্বাস। লেখিকা আমাৰ ধন্যবাদৰ পাত্ৰী।

ভৰলুমুখ — ইতি
গুৱাহাটী-৯ — তীৰ্থনাথ শৰ্মা
১৫।৮।৮৩

# মোৰ কথা

১৯৭০-৭১ চনৰ কথা। এখন বিদেশী আলোচনীত এগৰাকী "আইতা আইতা" যেন লগা মহিলাৰ লগত এটা চকু এটুকুৰা কলা কাপোৰেৰে ঢকা সৈনিকৰ পৰিচ্ছদৰে থকা এজন মানুহে এখন অনাড়ম্বৰ কাঠৰ মেজত একেলগে আহাৰ কৰি থকা ছবি এখন দেখিলোঁ। ছবিখনৰ তলৰ কথাখিনি পঢ়ি মহিলা গৰাকী ইজৰাইলৰ প্ৰধান মন্ত্ৰী গল্ডামেয়াৰ আৰু মানুহজন সেই দেশৰ সৈন্যাধ্যক্ষ মসে ডয়েন বুলি জানিব পাৰিলোঁ। মহিলা গৰাকীৰ বিষয়ে জানিবৰ মন গ'ল--১৯৭৬ চনত তেখেতৰ আত্মজীৱনীখন পঢ়ি ভাল পাই আমাৰ বাই ভনী সকলকো তেখেতৰ বিষয়ে জনাবলৈ মন গ'ল আৰু সেই মন যোৱাৰে পৰা তেখেতৰ বিষয়ে লিখিবলৈ চেষ্টা কৰিছিলো।

সৰোজনী নাইডু—শঁচাকৈয়ে এই শতিকাৰ এগৰাকী প্ৰতিভাময়ী নাৰী। দেশবাসীলৈ তেখেতৰ কোকিল কণ্ঠৰ আহ্বানে প্ৰাক্ স্বাধীনতা যুগত আলোড়নৰ সৃষ্টি কৰিছিল। তেখেতৰ বিষয়ে অলপ লিখিব পাৰি গৌৰৱ অনুভৱ কৰিছোঁ।

আৰু এলিনৰ ৰুজভেল্ট। কলেজীয়া জীৱনত মানে ১৯৪৭-৪৮ চনত ৰাষ্ট্ৰসঙ্ঘত তেখেতৰ অৱদানৰ কথা পঢ়িছিলোঁ। ৰাষ্ট্ৰসঙ্ঘৰ মানৱ অধিকাৰ আয়োগত তেখেতৰ কাৰ্য্যাৱলীয়ে, তেখেতৰ বাণী আৰু লেখনীয়ে যুগ-যুগলৈ মানুহক মানুহৰ কাৰণে ভাবিবলৈ শিকাব।

সৰুৰে পৰা মোক দেউতাৰ দৰে আবৰি ৰখা মোৰ 'আপুনি'য়ে (পূজনীয় মহাদেউ ডা' ভুবনেশ্বৰ বৰুৱা) জন্ম দিনৰ কিতাপ এখন উপহাৰ দি লিখি দিছিল—"মানৱ সেৱাত যেন জীৱন দিব পাৰা।"

মানব সেৱাৰ পৰিসৰ মোৰ ঘৰুৱা পৰিবেশ আৰু প্ৰতিবেশীৰ মাজতে সীমিত। সেই কাৰণে অইন এটা ক্ষেত্ৰত মোৰ এই সেৱাৰ অৰ্ঘ্যই উঠি অহা ল'ৰা-ছোৱালীৰ অলপমান মন চুই গ'লেও "আপুনি"ৰ কথা ৰাখিব পাৰিছোঁ যেন লাগিব।

এটা নতুন বছৰৰ প্ৰথম দিনত আমাৰ ল'ৰা আৰু ছোৱালী মানে 'জয়ন্ত' আৰু 'জয়ী'য়ে এখন ডাঙৰ দীনপঞ্জী দি লিখি দিছিল—"মা! তোমাৰ দ্বিতীয় কিতাপখন শেষ কৰিবা।" তাতে মোক লিখিবলৈ সময় যোগাই তাঁহাতৰ দেউতাক ৰাজ্যিক অসম বিদ্যুত পৰিষদৰ প্ৰাক্তন সদস্য অভিযন্তা ৺তৰুণ চন্দ্ৰ তুৰবাই নিজৰ ঘৰুৱা নামটো লিখি সহযোগিতাৰ হাত আগবঢ়াইছিল। আজি মই তেখেতক শ্ৰদ্ধাৰে স্মৰিছোঁ। সঁচাকৈয়ে জয়ন্ত আৰু জয়ীয়ে "মা লিখা মা লিখা" বুলি কৈ নথকা হ'লে মোৰ লিখা শেষ নহ'লহেঁতেন ছাগৈ।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰদ্ধেয় শ্ৰীযুত তীৰ্থনাথ শৰ্মা দেৱে কিতাপখন পাণ্ডুলিপি অৱস্থাতে চাই আশীষ বাণীৰে উদগনি নিদিয়া হ'লে কিতাপখন ছপাশালালৈ পঠিয়াবলৈ সাহ গোটাব নোৱাৰিলোঁহেঁতেন। তেখেতলৈ মোৰ হিয়াভৰা কৃতজ্ঞতা জনালোঁ। পাণ্ডুলিপিখনৰে সৈতে পূজনীয়া বাইদেউ শ্ৰীযুতা পুষ্পলতা দাসে মোক শৰ্মাদেৱৰ ওচৰলৈ লৈ গৈছিল। এইখিনিতে বাইদেউলৈ শলাগ যাচিলোঁ। শেষত কিতাপখনি পৰিবেশনাৰ দায়িত্ব লোৱাত বাণী প্ৰকাশলৈ মোৰ আন্তৰিক ধন্যবাদ জনালোঁ।

শুনিছোঁ—৺মাক বোলে নাৰীৰ কৃতিত্বই—নাৰীৰ স্বত্বাৰ স্বীকৃতিয়ে আনন্দ দিছিল  কিতাপখন ৺মাৰ নামে উছৰ্গা কৰি কৃতাৰ্থ হৈছোঁ।

এক আগষ্ট/১৯৮৪

# গণ্ডামেয়াৰ

ইহুদী বিলাকৰ নিজৰ বুলিবলৈ এখন দেশ নাছিল। যীশুখৃষ্টক বধ কৰা জাতি বুলি সৰ্বসাধাৰণৰ চকুত ইহুদী জাতি আছিল ঘৃণনীয়। ইহুদী বুলি ক'লেই ইউৰোপৰ মানুহে মুখ কোচাইছিল। আজিকালিৰ মানুহে জায়ন আন্দোলন বুলিলে ইহুদীবিলাকৰ তেওঁলোকৰ পিতৃ-পুৰুষৰ দেশ হিব্ৰুভাষাত ইজৰাইল বোলা ঠাইখনলৈ ইহুদীবিলাকৰ উভটি আন্দোলন বুলি হয়তো জানে। এই আন্দোলন ১৯ শ শতিকাৰ শেষভাগত ইউৰোপৰ কেবাঠাইতো একে সময়তে আৰম্ভণি হয়। ২,০০০ হেজাৰ বছৰৰ আগতে নিজৰ দেশখনৰ পৰা নিৰ্বাসিত হৈ অহা ইহুদী জাতি অৱৰ্ণনীয় দুখ কষ্টৰ মাজত ইউৰোপত সিচৰিত হৈ আছিল। তেওঁলোকে প্ৰথম মহাসমৰলৈকে অটমান সাম্ৰাজ্যৰ অৱহেলিত হৈ থকা ৰাজ্য পেলেষ্টাইনক নিজৰ দেশৰ আধ্যাত্মিক কেন্দ্ৰ আৰু নিজৰ দেশ বুলি ভাবি আহিছে।

১৮৭৮ চনত এদল আগৰণুৱা ইহুদীয়ে পেলেষ্টাইনলৈ উভটি আহি "পেটা টিকভা" (আশাৰ দুৱাৰ) বুলি এখন গাঁও প্ৰতিষ্ঠা কৰিলে আৰু ১৮৮২ চনক নিজকে "হাভেভি জায়ণ" (জেৰুজেলাম ভাল পোৱা মানুহ) বুলি আৰু এদল ইহুদীয়ে নিজৰ পিতৃপুৰুষৰ ভিঠাক পুণৰুদ্ধাৰ কৰি সুৰক্ষা কৰিবলৈ আগবাঢ়ি আহিল। তেতিয়ালৈকে ইহুদীবিলাকৰ এই আন্দোলনৰ কথা মানুহে নেজানিছিল।

১৮৯৪ চনত হাৰ্জেল (Herzl) নামৰ এজন সাংবাদিকে ইহুদীবিলাকৰ ওপৰত হোৱা নিৰ্যাতন আৰু মুকলি ভাবে হোৱা ইহুদী-বিদ্বেষ ভাব দেখি ইহুদী ৰাজ্য এখনৰ প্ৰয়োজনীয়তা অনুভব কৰি ইহুদীৰাজ্য প্ৰতিষ্ঠাৰ কাৰণে আগভাগ লৈ আন্দোলন কৰে। এওঁৰ

বিফলতা আৰু কৃতকাৰ্য্যতাৰ কাহিনী আজিৰ ইহুদী ল'ৰা-ছোৱালীয়ে আগ্ৰহেৰে পঢ়ে আৰু ইহুদীবিলাকৰ ৰাষ্ট্ৰৰ দাবী জানিবলৈ হোৱা আন্দোলনক বুজিবলৈ হ'লে আমিও পঢ়িব লাগিব।

ৰাচিয়াৰ কিভ ( Kiev ) চহৰত এটা সৰু ইহুদী পৰিয়ালত এই আন্দোলনৰ ফিৰিঙতিয়ে কেনেদৰে তুঁহ জুইকুৰা জ্বলাই তুলিছিল জানিবলৈ ভাল লাগে।

পৰিয়ালটিত আছিল পাঁচটি প্ৰাণী মাক দেউতাক আৰু তিনিজনী ছোৱালী। দেউতাক মেবভিটচ্ (Mabovitch) ভাগ্যৰ সন্ধানত সোণময় দেশ বুলি খ্যাতি থকা দেশ সুদূৰ আমেৰিকাত। ডাঙৰজনী ছোৱালী শ্যায়েনাৰ বয়স ১৪-১৫। এই ছোৱালীটিয়ে সেই বয়সতে ইহুদীসকলৰ অৱস্থা ভালকৰি এখন সুন্দৰ আৰু সুখৰ পৃথিৱী গঢ়াত বিশ্বাসী। সেইসময়ত জাৰৰ ( Czar ) বিৰুদ্ধে কৰা সমাজবাদী আন্দোলনৰ লগে লগে ইহুদীসকলে নিজৰ বুলি দেশ এখন গঢ়াৰ আৱশ্যকতা অনুভৱ কৰিছিল। কিছুমানে আকৌ জাতীয় ৰাজ্য এখনৰ প্ৰয়োজনীয়তা বৰকৈ অনুভৱ কৰা নাছিল। এই বুন্দিতে ( Bundit ) বোলা দলটিয়ে ভাবিছিল যে অৰ্থনৈতিক আৰু সামাজিক অৱস্থাৰ উন্নতিৰ কাৰণে সমাজবাদী নীতি অনুসৰণ কৰি কাম কৰিলে সকলোৰে লগত ইহুদীসকলৰ অৱস্থাও ভাললৈ আহিব। আনহাতে "প'লাৰ জায়নিজিম" ( Polarzionism ) বোলা দলটোৱে ইহুদী-সকলৰ কাৰণে তেওঁলোকৰ হিব্ৰু ভাষাত ইজৰাইল বোলা পূৰ্বপুৰুষৰ দেশখন নিজৰ বুলি দাবী কৰি তাত বসবাস কৰিবলৈ আন্দোলন কৰিব লাগে বুলি ভাবিছিল।

চায়েনাৰ সহকৰ্মীসকল আছিল বিপ্লৱী। গুপুত সভা সমিতি চায়েনাহঁতৰ ঘৰতে হয়। তৰ্ক বিতৰ্ক আলোচনাৰে শনিবাৰৰ গধূলিটোৱে সৰুঘৰটোত এটা বেলেগ পৰিবেশ সৃষ্টি কৰিছিল। শনিবাৰ কাৰণে মাক ধৰ্মমন্দিৰলৈ যায়। এই সুযোগতে চায়েনাই ঘৰত সভা পাতে আৰু ঘৰৰ চৌকাৰ ওচৰত থকা সমান ঠাই খিনিতে

মাজু ছোৱালী গল্ডিয়ে ( Goldie ) এই সকলোবোৰ কথা শুনি থাকে। তেওঁলোকৰ ঘৰত থকা ধৰ্মগ্ৰন্থখনৰ ওপৰত আঁকবাক কৰি থকাৰ ভাও ধৰি কথাবোৰ শুনে তাৰে অলপ বুজে, বেছি ভাগ নুবুজে, কিন্তু এইটো বুজে যে তেওঁলোকৰ মানে ইহুদীবোৰৰ নিজৰ দেশ নাই। তেওঁলোক সদায় নিৰ্য্যাতিত আৰু অৱহেলিত। এই গুপুত সভাসমতিবোৰৰ কথা মাকে নজনাকৈ থকা নহয়—মাকৰ মনত ভয় হয় পৰিয়ালটোৰ ওপৰত নিৰ্য্যাতন অত্যাচাৰ আৰম্ভ হয় বুলি। মাকে চায়েনাক বুজায় এই আন্দোলনৰপৰা আতৰি আহিবলৈ—শেহত দেউতাকৰ অৱৰ্তমানত বিপদৰ শঙ্কা কৰি মাক নিজৰ মাক দেউতাকৰ ওচৰলৈ পিন্স্ক (Pinsk) নামৰ ঠাইখনলৈ ছোৱালীকেইটি লৈ গুচি আহিল। পৰিয়ালটি আছিল অতি দুখীয়া—এবেলা খালে ইসাজৰ কথা ভাবিব লাগে। বিলাস বুলি খাবলৈ লোৱা ভাতৰ মণ্ডখিনিও ছোৱালীকেইটিয়ে পেট ভৰাই খাবলৈ নেপাইছিল কাৰণ সেইখিনিও ভগাই খাব লাগে। তথাপিও পৰিয়ালটি জীয়াই আছিল। তিনিবছৰ অকলে জীৱনৰ লগত যুদ্ধ কৰি মাকে পৰিয়ালটি লৈ স্বামীৰ ওচৰলৈ যাবলৈ সিদ্ধান্ত লয়। সেইদিনৰ আমেৰিকা যাত্ৰা আছিল চন্দ্ৰলোকলৈ যোৱাৰ নিচিনা। সেইকাৰণে যাবৰ সময়ত বিদায় দি আত্মীয়স্বজন বন্ধু-বান্ধৱে বৰকৈ কান্দিছিল—চকুপানী টুকিছিল। কিন্তু যদি সেইদিনা তেওঁলোকে জানিলেহেঁতেন যে এই পৰিয়ালৰে এজনী ছোৱালীয়ে তেওঁলোকৰ ইজৰাইল ৰাষ্ট্ৰৰ প্ৰতিনিধি আৰু প্ৰধানমন্ত্ৰী ৰূপে আকৌ ৰাচিয়ালৈ আহিব আৰু সেই ছোৱালীটিয়ে হাজাৰ হাজাৰ ৰুচিয়াৰ ইহুদী পৰিয়ালক ইহুদী ৰাষ্ট্ৰলৈ আদৰণি জনাব তেতিয়া হয়তো তেওঁলোকে ইমানকৈ নেকান্দিলে হেতেন। শ্যায়েনাৰ ভনী পৰিয়ালটিৰ মাজু জীয়াৰী গল্ডি (Goldie) আছিল এই ছোৱালীজনী আৰু এই গল্ডিয়ে হৈ পৰিছিল কুৰিশতিকাৰ এগৰাকী বৰণীয়া নাৰী গল্ডামেয়াৰ।

১৮৯৮ চনত ৰাচিয়াৰ কিভ (Kicv) চহৰত জন্ম হয় গল্ডামেয়াৰৰ। দেউতাক আছিল কাঠমিস্ত্ৰি। ইহুদী বিদ্বেষ ভাব ৰুচিয়াত সেইসময়ত বৰ

বেচিকৈ থকাৰ কাৰণে প্ৰয়োজনীয় তৰ্হ্‌তা থকা স্বত্বেও দেউতাকে নিজৰ ব্যৱসায়ত উন্নতি কৰি পৰিয়ালটি ভৰণ পোষণ দিব নোৱাৰিছিল। সেইকাৰণে ল'ৰালি কালৰ জীৱনক গঢ় দিয়া প্ৰথম আঠোটা বছৰৰ সোঁৱৰণী গল্ডামেয়াৰৰ অতি করুণ। তেওঁৰ মনলৈ অহা ভয়ভাবৰ সোঁৱৰণীবোৰ তেওঁৰ স্পষ্টকৈ মনত আছে আৰু মনত আছে কচিয়াৰ ঠেটুৰৈ লগা জাৰ আৰু তেওঁলোকৰ অভাৱ দৰিদ্ৰতা। এটাৰ পাচত এটাকৈ চাৰিটি সন্তানক হেৰুৱাই মাকে এঘৰ আঢ্যৱন্ত পৰিয়ালত অকণমান প্ৰশিক্ষণ লৈ ধাইমাকৰ কাম কৰিছিল আৰু এই কাম কৰি পিচত হোৱা তিনিটি ছোৱালীক ডাঙৰ দীঘল কৰিবলৈ সক্ষম হৈছিল।

জাৰৰ (Czar) ক'চাক সৈন্যবোৰ যেতিয়া ঘোঁৰাত উঠি ঢাল-তৰোৱাল লৈ ইহুদীবিলাকৰ চুবুৰীৰ মাজেৰে বেগেৰে পাৰ হৈ যায় দেউতাকে কাঠৰ টুকুৰাৰে হেঙাৰ দি নিজৰ ঘৰটো সুৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল আৰু গল্ডিয়ে ভয়াতুৰ হৈ ঘৰৰ চিৰিৰপৰা বৈ বৈ এই দৃশ্য চাইছিল। ইহুদী হৈ সংখ্যালঘু হৈ থকাৰ কাৰণেই তেওঁলোকে সদায় ভয়ত জীৱন অতিবাহিত কৰিছিল। গল্ডিয়ে আৰু ভয় কৰিছিল খোৰা কণা ফটাচিটা কাপোৰ পিন্ধা জপৰা মগনীয়াবোৰক। ল'ৰালি কালত এফোন্দ পাতি ভেদ ধৰিলে এই মগনীয়াবোৰৰ কথা ক'লে গল্ডি সুৰসুৰীয়া হৈ মাকৰ কথা শুনা বাধ্য ছোৱালী হৈ পৰিছিল। সৰুৰেপৰা গল্ডিয়ে নিজক ব্যস্ত ৰাখি কিবা নহয় কিবা এটা কাম কৰিব জানিছিল। সেই কাৰণে এচৰচুবুৰীয়াই কয় "সোণৰ পুতলা" এই ছোৱালীজনী সদায় এটা নহয় এটা কথা শিকাত ব্যস্ত, গল্ডিয়ে এচৰৰ সৰু ল'ৰা-ছোৱালীবিলাকক সাধুকথা কৈছিল, যদিও স্কুললৈ যোৱা নাছিল অলপ অচৰপ অঙ্ক আৰু পঢ়িবলৈ ঘৰতে শিকিছিল। বায়েক শ্যায়েনাৰপৰা গল্ডিয়ে বাৰু কি শিকিছিল? শিকিছিল যে জীৱনত কোনো কথাকে একো নকৰাকৈ নহয় অকল বিশ্বাস এটা লৈয়েই কেৱল থাকিব নোৱাৰি। বিশ্বাস কাৰ্যকৰী কৰিবলৈ সকলো বাধা বিঘিনি অতিক্ৰম কৰিবলৈ মনৰ দৃঢ়তা থাকিব লাগিব।

আমেৰিকাৰ মিলাওকি ( Millawakee ) নগৰত সুদীৰ্ঘ তিনি-বছৰৰ পাচত প্ৰায় অচিনাকী যেন হৈ যোৱা দেউতাকক লগ পায়গৈ। মাকে দেউতাকৰ উপাৰ্জন ক্ষমতাৰ ওপৰত বিশ্বাস হেৰুৱাইছিল কাৰণে তেওঁলোক ভাড়া লৈ থকা সৰু কোঠাটোৰ বাৰান্দাখনত এখন দোকান চলাবলৈ ঠিক কৰিলে। এই দোকানখনত ৮ বছৰীয়া গল্ডিয়ে মাকক ৰাতিপুৱা সহায় কৰে আৰু এই কাম কৰোঁতে স্কুললৈ যোৱাত বেলি হয়। গল্ডিয়ে মাকক সহায় কৰিবই লাগিব কাৰণ মাকৰ এই কামত শ্যায়েনাই সহায় নকৰে কাৰণ নিজৰ বিশ্বাসে তেওঁক এই কাম কৰিবলৈ প্ৰেৰণা নিদিয়ে। শ্যায়েনাই ভাবে আমেৰিকালৈ তেওঁ সমাজৰ ৰঘুমলা হবলৈ অহা নাই। নিজৰ হাতেৰে কাম কৰি প্ৰকৃত শ্ৰমিক হব। দেউতাকেও মাকৰ এই দোকান দিবলৈ লোৱা কাম ভাল নেপাইছিল—ভনীয়েক জীপকে একেবাৰে সৰু, সেইকাৰণে মাকে গল্ডিকে দোকানত সহায় কৰিবলৈ লগাইছে। মাকে ভাবে প্ৰথমতে জীয়াই থাকিব লাগিব, পঢ়াশুনা কৰি হব্য গব্য হওঁতে বাৰু অলপ বেলিয়েই হ'ল তাত ক্ষতি কি? স্কুললৈ যোৱাত বেলি হ'লে গল্ডিয়ে কান্দে—কেতিয়াবা স্কুললৈ যাবলৈকে নেপায়। ওচৰৰ আলিবাটৰ পুলিচজনেও এদিন মাকক স্কুল ক্ষতি কৰিলে অপকাৰ হোৱাৰ কথা বুজাবলৈ আহিছিল।

ঘৰত শ্যাযেনাক লৈ অশান্তি—তেওঁ চিকাগোৰ এখন কাপোৰৰ দোকানত দৰ্জিৰ কাম এটা ললে—তাত ভাল নেপাই চিকাগোৰ কাৰখানা এটাত সোমাল—তাতে আঙুলি এটা পকি যোৱাত কষ্ট পায় ঘৰলৈ উভটি আহিল আৰু গল্ডিয়ে বায়েকৰ চুলি আচুৰি দি নানা ধৰণে শুশ্ৰূষা কৰি বায়েকৰ ভাগি যোৱা মনটোত উৎসাহ দিবলৈ চেষ্টা কৰি বায়েকৰ সান্নিধ্যলৈ বেচিকৈ আহি পৰিল। এই সময়তেই শ্যায়েনাই তেওঁৰ বন্ধু শ্যাময়ৰ খবৰ পালে। পিনৃস্ক চহৰৰ এগৰাকী মাহীয়েকে শ্যাময়ৰ কথা লিখিছে—শ্যাময় নিউইয়ৰ্কলৈ ৰাওনা হৈছে বুলি। শ্যায়েনা শ্যাময় অহালৈ আনন্দেৰে বাট চাই থাকিল। শ্যাময় আহি পালেহি আৰু এটা ঘৰ ভাড়া কৰি দুয়োজনে ইংৰাজী পাঠ শিকিবলৈ

ললে। ইতিমধ্যে শ্যায়েনা যক্ষ্মা ৰোগত আক্ৰান্ত হৈ অসুস্থ হৈ পৰিল আৰু চিকিৎসাৰ কাৰণে ডেনভাৰ ( Denevar ) বোলা ঠাইখনৰ হস্পিতাললৈ গ'ল। শ্যায়েনা সুস্থ হৈ উঠিল আৰু ডেনেভাৰতে শ্যায়েনা আৰু শ্যাময়ৰ বিয়া হয় আৰু এই ডেনেভাৰলৈকে গল্ডিয়ে হাইস্কুল শিক্ষা শেষ কৰিবলৈ পলাই বায়েক ভিনিহিয়েকৰ ওচৰ পাইছিলগৈ।

প্ৰাথমিক স্কুলত পঢ়ি থকা সময়ত গল্ডিয়ে আন এজনী বান্ধৱীৰ লগত দোকানত দোকানীৰ কাম লৈছিল আৰু গধূলি নিজৰ স্কাৰ্ট ব্লাউজ ইস্ত্ৰি কৰি ৰাতিপুৱাতে মুকলিমুৰীয়া ভাবে দোকানলৈ খোজ দিছিল। বহুদূৰ খোজ কাঢ়ি গৈছিল কাৰণ গল্ডিয়ে বাচৰ ভাড়া বচাই নিজৰ আৰ্জনেৰে জাৰৰপৰা ৰক্ষা পাবলৈ জীৱনৰ প্ৰথম কোটটো লৈছিল।

প্ৰাথমিক স্কুল সাং কৰি গল্ডিয়ে হাইস্কুললৈ যাবলৈ ইচ্ছা কৰিলে। মাক দেউতাকৰ এই কথাত আপত্তি গল্ডিয়ে শিক্ষয়িত্ৰী হবলৈ পঢ়িব খুজিছিল। শিক্ষয়িত্ৰীসকলে বিয়া কৰাব নোৱাৰিব কাৰণে গল্ডিৰ পঢ়াৰ কথাত মাক-দেউতাকে সম্মতি দিব নোৱাৰিছিল। বায়েক শ্যায়েনাৰ আকোৰগোঁজ মনোবৃত্তি আৰু ব্যৱহাৰে মাকক যথেষ্ট দুখ দিছিল। সেইকাৰণে গল্ডিয়ে যাতে এজন উপাৰ্জনক্ষম মানুহক বিয়া কৰাই সুখেৰে থাকিব পাৰে, ইয়াকে মাকে চিন্তা কৰি থাকে আৰু গল্ডিতকৈ বয়সত প্ৰায় ১৫ বছৰ মান ডাঙৰ গুডষ্টেইন নামৰ মানুহ এজনৰ লগত বিয়াৰ বন্দৱস্ত কৰিব খুজিলে। গল্ডিৰ জীৱন যেন অসহনীয় হৈ উঠিল। শ্যায়েনালৈ সকলো কথা জনাই গল্ডিয়ে চিঠি দিলে। গুডষ্টেইনৰ লগত বিয়াৰ যোগাৰ কৰাৰ কথা জানিবপাৰি শ্যায়েনা আৰু শ্যাময়ে তৎক্ষণাৎ গল্ডিক মাতি পঠিয়ালে। শ্যায়েনাই লিখিছিল—"আমাৰ ইয়াত তুমি পঢ়িবলৈ অশেষ সুবিধা পাবা আমি বৰ অৱস্থাপন্ন নহওঁ তথাপি তোমাৰ ইয়াত খোৱাবোৱাৰ অভাৱ নহয়—প্ৰয়োজনীয় সাজপাৰ তুমি নিশ্চয় পাবা, তুমি সোনকালে গুচি আহা, আমি একেলগে মিলি চলাই দিম।" শ্যাময় আৰু শ্যায়েনাৰ এই চিঠিখন গল্ডিৰ কাৰণে নৈৰ

বুকুত উটি [redacted]
গল্ডিয়ে এই জাঁজী ডালক ভালকৈ খামুচি ধৰিলে আৰু ঘৰৰপৰা ওলাই যোৱাৰ দিহা মনে মনে কৰিবলৈ ধৰিলে। গল্ডিয়ে ভালকৈ জানিছিল যে মাক দেউতাকে শ্যায়েনাৰ ঘৰলৈ কেতিয়াও যাবলৈ নিদিয়ে। সেইকাৰণে গল্ডিয়ে মনে মনেই যাব লাগিব। শ্যায়েনাই টিকটৰ কাৰণে অলপ পইচা পঠিয়াইছিল কিন্তু তাৰেই যাব নোৱাৰি, বান্ধৱী চাৰা আৰু ৰেজিনাৰপৰা অলপ পইচা ধাৰলৈ ল'লে আৰু মানুহক ইংৰাজী পাঠ লবলৈ ধৰি মেলি ঘণ্টাত ১০ চেণ্টকৈ উপাৰ্জন কৰি টিকটৰ ভাড়া গোটালে। এতিয়া ঘৰৰপৰা মাকদেউতাকে নজনাকৈ যাব লাগিব। স্কুললৈ যোৱাৰ চল লৈ ৰেল ষ্টেচনলৈ গ'লগৈ। আগৰ দিনাই নিজৰ কাপোৰৰ টুপলিটো ৰেজিনাৰ ঘৰলৈ পঠিয়াই দিছিল। যোৱাৰ আগদিনা গল্ডিৰ মনটো বৰ গধুৰ, মাক দেউতাকলৈ এখন সৰু চিঠিত লিখিলে—"মই শ্যায়েনাৰ তালৈ যাওঁ পঢ়িবৰ কাৰণে, তোমালোকলৈ মই ডেনেভাৰৰপৰা চিঠি দিম।" শুই থকা সৰু ভনীয়েক জীপচেক (পিচত ক্লাৰা) মুৰত হাতবুলাই চুমা এটা খাই বিদায় ল'লে। খুব ৰাতিপুৱাতে ঘৰৰপৰা ৰেলষ্টেচনলৈ গ'ল। ৰেলৰ ষ্টেচনত বেঞ্চত বহি আছে, অকলে অকলে প্ৰথম ৰেলত যাব। ৰেলবোৰ সময়মতে যায় বুলি গল্ডিয়ে নেজানিছিল, ষ্টেচনত গল্ডিৰ বুকু ধপধপাই আছে, চিঠিখন পাই মাক দেউতাক যদি ষ্টেচনলৈ আহে গল্ডিক যাবলৈ নিদিব। কিন্তু ভাগ্যভাল কোনো ষ্টেচনলৈ নাহিল। কিংকৰ্তব্য বিমুঢ় হৈ মাক দেউতাকে একো নকৰিলে। গল্ডিয়ে ভালকৈ জানিছিল যে তেওঁৰ এই কামে মাক দেউতাকৰ মনত বৰকৈ দুখ দিছে কিন্তু গল্ডি যাবই লাগিব নহলে তেওঁৰ পঢ়া শুনা নহব।

ডেনেভাৰত গল্ডিৰ জীৱনে নতুন ৰূপ ল'লে। শ্যাময় আৰু শ্যায়েনা গল্ডিৰ অভিভাৱক হ'ল। শ্যামে টেলিফোন কোম্পানী এটাত চাপ্ৰাচীৰ কাম কৰে তাৰ পাচত নিজৰ এখন সৰু কাপোৰ ধোৱা (Drycleaning) দোকান এখনত কাম কৰে। স্কুলৰপৰা আহি গল্ডিয়ে

[illegible] আৰু ভনীয়েক অহন কামলৈ যায়। সেই দোকানতে গল্ডিয়ে স্কুলত কৰিবলৈ দিয়া ঘৰৰ কাম ( Homework ) খিনি কৰে। কোনোবা গ্ৰাহকে যদি ইস্ত্রি কৰিবলৈ কাপোৰ আনে তাৰ মাজতে গল্ডিয়ে ইস্ত্রি কৰি দিয়ে।

গধূলি গধূলি চায়েনাইঁতৰ ঘৰত ডেনেভাৰত থকা কচিয়াৰপৰা অহা ইহুদী জনচেৰেক গোট খায়হি। ৰাজনীতিৰপৰা সাহিত্য কলা-কৃষ্টি সকলোধৰণৰ আলোচনা তাতে হয়। এই আলাচনাবোৰ শুনি গল্ডিয়ে বৰ ভাল পায়। শ্যায়েনাই স্কুলৰ পঢ়া পঢ়িবলৈ গল্ডিক কয়—গল্ডিয়ে কিন্তু চাহ খোৱা কাপবোৰ ধুব খুজি তাতে বৈ বৈ সকলো কথা শুনে—ৰস পায়—তৰ্কবিতৰ্ক শুনি ভোল যায় বহুতো নজনা কথা জানে—সমাজবাদ ৰাজনীতি, তিৰোতাৰ সমাজত স্থান আদি নানা কথাৰ আলোচনাই গল্ডিৰ ৰাজনৈতিক সচেতনতা জগাই তোলে।

গধূলি গধূলি বহা এই চ'ৰাতে গল্ডিয়ে প্ৰথমে শুনে গৰ্ডণৰ নাম। পকা ডাৰিৰে মুখ ভৰা আঠৈকুৰী বছৰীয়া এই মানুহজনে দেহশ্ৰমৰ আৱশ্যকতা অনুভৱ কৰি পৰিয়ালৰ সৈতে পেলেষ্টাইনলৈ আহে। শ্ৰম-ধৰ্মৰ ওপৰত নিৰ্ভৰ কৰি পেলেষ্টাইনখন গঢ়ি তুলিব পাৰিলে—মানৱতাৰ কাৰণে ইহুদীসকলে আটাইতকৈ ডাঙৰ অৱদান দি যাব বুলি গৰ্ডনে বিশ্বাস কৰিছিল আৰু গৰ্ডনৰ প্ৰভাৱৰ কাৰণেই ইহুদী ৰাজ্যত কমিউন আৰু কিবাজ (Kibbutz) বিলাকে ভাল ভাবে গঢ়ি উঠিব পাৰিছিল। গৰ্ডনৰ এই বিশ্বাসে গল্ডিকো প্ৰভাৱান্বিত কৰিছিল।

গধূলিৰ এই চ'ৰাতে গল্ডিৰ জীৱনৰ নিজৰ মানুহজনৰ লগতো চিনাকী হয়। মৰিচ মেয়াৰচন আছিল এই চ'ৰাৰ আটাইতকৈ ক'ম কথা কোৱা মানুহ। ভনীয়েকৰ অসুখ হোৱা কাৰণে ডেনেভাৰলৈ আহিছে আৰু ৰং দিয়া কাম কৰি (Signpainter) দেউতাকৰ অৱৰ্তমানত তিনিজনী ভনী আৰু মাকক ভৰণ পোষণ কৰিছে। মৰিচক কৱিতা গান আদিকে ধৰি কলাসুলভ সকলো কথাই আকৰ্ষণ কৰিছিল—আৰু গল্ডিক বহুতো নজনা কৱিতা আৰু গানৰ লগত পৰিচয় কৰাই দিছিল। কীটচ, বাইৰন

ল্ডেলা ওমৰ খেয়ামৰ লগত গল্ডিৰ চিনাকি মৰিচৰ যোগেদিয়েই হয়। শাস্ত্রীয় সঙ্গীতৰ আনন্দময় পৰিবেশলৈ প্রতি দেওবাৰে গল্ডি মৰিচৰ লগত যায় আৰু ইতিহাস দর্শনৰ ওপৰত হোৱা বক্তৃতাৰ সোৱাদ লবলৈকো মৰিচে গল্ডিক লৈ যায়।

গল্ডি ডেনেভাৰলৈ নিজৰ পঢ়াশুনা সম্পূর্ণ কৰিবলৈ আহিছিল। মৰিচ ভাল ল'ৰা। বায়েক শ্যায়েনাই মৰিচৰ লগত মিলাপ্রীতি হোৱা কথাটোত বৰ আপত্তি দুতুলিছিল। কিন্তু পঢ়াশুনাৰ কথা সোঁৱৰাই শ্যায়েনাই অভিভাৱক হিচাবে কথা কওঁতে গল্ডিয়ে এদিন সহ্য কৰিব নোৱাৰি ঘৰৰপৰা ওলাই গ'ল। লগত গল্ডিৰ একো বস্তু নাই, অলপ পাচত বুজিলে যাব কলৈ ? শ্যায়েনাৰ দুজন বন্ধুৰ আগত নিজৰ অৱস্থাৰ কথা কওঁতে তেওঁলোকৰ কোঠাৰ লগতে থকা সৰু কোঠা এটাত গল্ডিক থাকিবলৈ ক'লে। দুয়োজন আছিল যক্ষ্মা বেমাৰী, লাইট জ্বলাই কিতাপ পঢ়ি থাকিলে তেওঁলোকৰ টোপনি নাহিব পাৰে বুলি ভাবি গল্ডিয়ে কাষতে থকা সৰু গাধোৱা ঘৰটোত এসোপামান কিতাপ লৈ সোমাই পৰে। যোলবছৰীয়া গল্ডিয়ে দুখ-ভাগৰ নেওচি স্বাধীনচিন্তিয়া জীৱন এটা লৈ ভালেই পাইছে। কিন্তু মাজে মাজে নিজকে বৰ অকলশৰীয়া যেন লাগে। জীৱনত যিটো পথ বাচি লৈছে সেইমতে চলিবই লাগিব বুলি গল্ডি দৃঢ়প্রতিজ্ঞ, সেইমতে কাম বিচৰাত লাগি গ'ল। দেউতাকে কোৱা কথা এষাৰ গল্ডিৰ মনলৈ আহিল। দেউতাকে কৈছিল "তুমি যদি খৰি ফালা তাৰ পৰা ওলাই অহা সৰুচলি খৰিবোৰ তুমি বুটলিবই লাগিব"। সেই কাৰণে নিজে লোৱা সিদ্ধান্তৰপৰা ফলাখৰিৰ দৰে উপসর্গ হিচাবে ওলোৱা আলৈ আহুকালবোৰ গল্ডিয়ে সহ্য কৰিব লাগিব। কামৰ সন্ধানত গল্ডি ওলাল। এখন দর্জিৰ দোকানত কাম ললে। কামটো অতি নগন্য। তথাপি এই কামে গল্ডিক এটা সৰু কোঠা ভাড়া লবলৈ সক্ষম কৰিলে। গল্ডিৰ মনটো বেয়া লাগে, বায়েক শ্যায়েনাৰ ওচৰলৈ আকৌ ঘূৰি যাবৰ মন যায়, কিন্তু দুয়ো বাই-ভনী বৰ জেদি কোনেও নিজৰ দোষ স্বীকাৰ নকৰে······তেওঁলোকৰ মিল হবলৈ কেবা মাহো

লাগিছিল। এই সময়তে গল্ডিয়ে দেউতাকৰপৰা এখন চিঠি পালে "যদি তুমি তোমাৰ মাৰাৰ জীৱনৰ মূল্য আছে বুলি ভাবা সোনকালে ঘৰলৈ গুচি আহা।" গল্ডিৰ দেউতাকো আছিল ভীষণ জে'দ—নিজক বহুখিনি তলকৰি দেউতাকে এই চিঠি লিখিবলগীয়া হৈছিল। গল্ডিয়ে ঘৰৰ অৱস্থাৰ কথা বুজি পালে আৰু ঘৰলৈ উভটি যাবলৈ ঠিক কৰিলে। মৰিচক এৰি যোৱাৰ দুখৰ বাহিৰে গল্ডিৰ ডেনেভাৰৰ প্ৰতি আন মোহনীয়তা নাই। গল্ডি আৰু মৰিচৰ ভালপোৱাৰ ভাব বহুত দিনলৈ গোপনীয় ভাবে আছিল, কেৱল গল্ডিয়ে তেওঁৰ বন্ধু ৰেজিনা আৰু বান্ধৱী কেগবাকীমানলৈ মৰিচৰ বিষয়ে লিখিছিল।

ঘৰলৈ উভটি আহি গল্ডিয়ে ঘৰখনৰ পৰিবেশৰ পৰিৱৰ্তন দেখিলে—দেউতাক-মাক অলপ কুমলিছে—ঘৰখনৰ আৰ্থিক অৱস্থাও ভাললৈ আহিছে। গল্ডিয়ে হাইস্কুল শিক্ষা সাং কৰিলে আৰু শিক্ষয়িত্ৰী প্ৰশিক্ষণ কেন্দ্ৰত ভৰ্তি হ'ল। মাক দেউতাকৰ লগত গল্ডিৰ আৰু মনোমালিন্য হোৱা নাই। কেতিয়াবা মৰিচৰ চিঠি আহিলে মাকৰ লগত কথা কটাকটি হয়। মাক অতি কৰ্মব্যস্ত মহিলা নিজৰ পৰিয়ালৰ বৃত্ততে সদায় আৱদ্ধ থাকে—কিন্তু গল্ডিয়ে এইবাৰ মিলাওকিলৈ আহি দেখিলে যে মাকে ওচৰচুবুৰীয়াৰ আগৈ আহুকাল হ'লে আজি কালি সহায় কৰিবলৈ আগবাঢ়ি আহে···আৰ্থিক অৱস্থা অলপ ভাল হোৱা কাৰণে জিৰণি লব জনা হৈছে—আৰু মাক-দেউতাকৰ কৰ্মব্যস্ততাই অলপ সকাহ পোৱা যেন হৈছে।

প্ৰথম মহাসমৰৰ সময়ত তেওঁলোকৰ ঘৰটো মাকে ইহুদী স্বেচ্ছাসেৱক সকলৰ কাৰণে এৰি দিছিল—এই স্বেচ্ছাসেৱকসকলে পেলেষ্টাইনক তুৰ্কী সাম্ৰাজ্যপৰা মুক্ত কৰিবলৈ ইহুদী পতাকাৰ তলত বৃটিছ সৈন্য বাহিনীত যোগ দিছিল। এওঁলোকৰ কাৰণে সৰু সৰু ফুলবছা মোনা কৰি প্ৰাৰ্থনা কৰা কাপোৰখন ভৰাই দিছিল আৰু ভৰাই দিছিল গৰম গৰম নানা ধৰণৰ নিজে কৰা কেক বিস্কুট। সৰল মনেৰে মুকলি অন্তৰেৰে তেওঁ এখন উদাৰ গৃহস্থালি গঢ়ি তুলিছিল। দেউতাকেও ইহুদী সম্প্ৰদায়ত

নিজকে প্ৰতিষ্ঠিত কৰি লব পাৰিছিল। সেই সময়ত গল্ডিইঁতৰ চ'ৰা-ঘৰৰ সেই বিচনাখনত শুবলৈ অহা বহুত আছিল সমাজবাদী, বহুত আছিল ইহুদী লিখক আৰু বৌদ্ধিক চিন্তাৰ লগত জড়িত ব্যক্তি।

একে কথাত কবলৈ গলে তেওঁলোকৰ ঘৰটো আছিল এটা ইহুদী অনুষ্ঠান।

মিলাওকিৰ তেওঁলোকৰ সৰু ঘৰটোত গল্ডিয়ে লগ পাইছিল বেনজিভি, নেচমেনচিৰকিন লেভিন আদি নেতাসকলক। লাহে লাহে জায়নিজমবোলা কথাটোৱে গল্ডিৰ মনত ৰেখাপাত কৰিলে। গল্ডিয়ে ভাবিছিল ইহুদীসকলে নিজৰ দেশৰ কাৰণে সংগ্ৰাম কৰিবলৈ হ'লে নিজে তেওঁলোক নিজৰ দেশ বুলি ভবা ঠাইখনলৈ যাব লাগিব। আমেৰিকাত থাকি কেৱল কথা কৈ কৈ নিজৰ দেশ এখন গঢ় দিব বা পাব নোৱাৰি।

গল্ডিৰ জীৱনত আছিল তেতিয়া স্কুলখন আৰু আছিল মৰিচ। মৰিচ ডেনেভাৰত থাকোতে মিলাওকিৰপৰা গল্ডিয়ে চিঠি পত্ৰৰে মৰিচৰ লগত সম্বন্ধ ৰাখিছিল। সেই চিঠিবোৰত গল্ডিৰ মনলৈ সকলো সেই বয়সীয়া ছোৱালীৰ মনলৈ অহা শংকা আহে। "মোৰ বাৰু চুলিবোৰ ক'লা নহল কিয়? চকু কেইটাইবা আৰু মোহনীয় নহল কিয়? মই জানো সচাকৈয়ে ধুনীয়া? মৰিচে জানো সচাকৈয়ে মোক ভাল পাব? ইত্যাদি নানা ধৰণৰ জুমুৰি জুমুৰি প্ৰশ্নই গল্ডিক আমনি কৰিছিল আৰু সদায় সেই চিঠিবোৰত মৰিচৰ হৃদয়ভৰতা বিচাৰি বৰা অনুৰোধ আছিল। মৰিচে লিখিছিল "তোমাৰ সৌন্দৰ্য্যৰ বিষয়ে মোক দোহাৰি নেথাবিবলৈ মোৰ সানুনয় অনুৰোধ, নিজকে লঘু কৰি কৰা তোমাৰ মন্তব্য মই সহ্য কৰিব নোৱাৰোঁ।

কিছুমান চিঠি দুয়োজনে এটা যুটিয়া ভবিষ্যত গঢ়াৰ কথালৈ আৰম্ভ কৰিছিল। কিন্তু চিঠিবোৰ শেষ হৈছিল পেলেষ্টাইনৰ কথালৈ। মৰিচ আছিল নবন্যাসী। পৃথিৱীত সকলো মানুহ এক হৈ সুখে শান্তিৰে থকা কথাটো ভাল পাইছিল—ইহুদী ৰাষ্ট্ৰৰ স্বতন্ত্ৰতাৰ কথাটোত বৰ উদগনি নিদিছিল। জায়েনসকল কৃতকাৰ্য হব বুলিও মৰিচ আশাবাদী নাছিল।

১৯১৫ চন—ইহুদীসকলে বহুতো ঠাইত নির্যাতন ভোগ কৰিছে—তেওঁলোকৰ সাহার্য্যাৰ কামত গল্ডি আৰু তেওঁৰ দেউতাকে একেলগে কাম কৰিছিল। এইকামে গল্ডিক দেউতাকৰ সন্নিধ্যলৈ বেচিকৈ আনিছিল। সেই সময়ত আমেৰিকাৰ ইহুদীসকলে "পিপলচ ৰিলিফ কমিটি" বুলি এটা সঙ্ঘ স্থাপন কৰিছিল। তাত দেউতাকে বন্নুৱা সঙ্ঘ ( ট্ৰেড ইউনিয়ন ) এটাৰ প্ৰতিনধিত্ব কৰিছিল আৰু গল্ডিয়ে সক সাহিত্য চ'ৰা এখনৰ মুখপাত্ৰী হৈছিল। স্কুলৰ শেহত গল্ডি এই চ'ৰাত উপস্থিত হৈছিল—এই চ'ৰালৈ তেওঁলোকে চিকাগোৰপৰা বিশিষ্ট ইহুদী নেতা-সকলক বক্তৃতা দিবলৈ আমন্ত্ৰণ কৰি আনিছিল। সেই সময়তে ইহুদী-সকলৰ আৰু এটা সঙ্ঘ স্থাপিত হৈছিল এই সংঘৰ নাম আছিল" আমেৰিকান জিউইচ কংগ্ৰেছ" (American Zewish Congress) ১৯১৮ চনত এই কংগ্ৰেছৰ নিৰ্বাচনৰ সময়ত ইহুদীসকল বৰকৈ অনু-প্ৰাণিত হৈছিল জায়েন আন্দোলন সমৰ্থনকাৰী আৰু বুন্দিত (Bundit) বুলি কোৱা তাৰ বিপক্ষ দলটোৰ কাৰণে নিৰ্বাচনী অভিযান আৰম্ভ হৈছিল। গল্ডিয়ে জায়েন আন্দোলন সমৰ্থন কৰি প্ৰচাৰ অভিযানত উঠিপৰি লাগিছিল।

এদিনৰ কথা প্ৰচাৰ অভিযানৰ কাৰণে উপযুক্ত ঠাই নিৰ্বাচন কৰি গল্ডিয়ে ইহুদী প্ৰাৰ্থনাঘৰ ( Synagogue ) এটাৰ সন্মুখত এটা কাঠৰ বাকচত উঠি বক্তৃতা দিবলৈ ঠিক কৰিলে। দেউতাকৰ আপত্তি "মোৰ ছোৱালীয়ে বজকৰা ছোৱালীৰ দৰে আলিবাটৰ দাতিত বক্তৃতা দিব নেলাগে। বক্তৃতা দিলে সেই ঠাইৰপৰা চুলিত ধৰি টানি আনিম।" গল্ডিয়ে কথা নুশুনিলে আৰু নিৰ্দিষ্ট সময়ত বক্তৃতা দিবলৈ আৰম্ভ কৰিলে—বক্তৃতা শুনি দেউতাকে একো প্ৰতিবাদ নকৰি ঘৰলৈ আহি মাকক মাথো আচৰিত হৈ কলে "ক'ৰপৰা তাই ইমান কথা শিকিছে", ঘৰলৈ উভতি আহি গল্ডিয়ে দেখে যে মাকে তেওঁলৈ বৈ আছে, দেউতাক শুলে দেউতাকে তেওঁৰ বক্তৃতা শুনি মুগ্ধ হৈছে বুলি জানি গল্ডিয়ে মাত্ৰ ভাবিলে "এইটোৱে কিজানি মোৰ আটাইতকৈ সফল বক্তৃতা।" ইয়াৰ

পাচত গল্ডিয়ে সৰু লৰাছোৱালীৰ স্কুলত শিক্ষকতা কৰিছিল—সেইসময়ত অৰ্থাৎ প্ৰথম মহাযুদ্ধৰ ঠিক পাচতেই ইউক্ৰেইণ আৰু পলাণ্ডত ইহুদী বিদ্বেষ ভাব খুব বেচি হৈ ইহুদী বিনাশ অভিযান বৰ বেচিকৈ হৈছিল। ইউক্ৰেইণৰ নিষ্ঠুৰতাৰ প্ৰতিবাদ কৰি গল্ডিয়ে এটা বিৰাট শোভা যাত্ৰাৰ সংগঠন কৰি আমেৰিকাৰ সকলোৰে দৃষ্টি এই সমস্যালৈ আকৰ্ষণ কৰিব পাৰিছিল। এই শোভাযাত্ৰাত গৈ থাকোতেই গল্ডিৰ মনে ঠিৰাং কৰিলে যে পেলেষ্টাইনলৈ যাবই লাগিব। ইহুদী ৰাজ্যৰ কাৰণে দূৰৰপৰা পুঁজি সংগ্ৰহ কৰি বক্তৃতা দি থাকিলে কাম নহব। নিজে হাতে কামে লাগি পেলেষ্টাইনত কাম কৰিব লাগিব। তেওঁ এই সিদ্ধান্ত লৈ "লেবাৰ জায়নিজিম" বোলা সঙ্ঘৰ সভ্যভৰ্তিৰ কাৰণে আবেদন কৰিলে এই সঙ্ঘৰ সভ্য হবলৈ ১৮ বছৰ হব লাগে। গল্ডিৰ বয়স তেতিয়া মাত্ৰ সোতৰ। কিন্তু তেওঁ সকলোৰে পৰিচিত বুলি দলীয় সভ্য হবলৈ অনুমতি পালে। এতিয়া গল্ডিয়ে মৰিচক পেলেষ্টাইনলৈ যাবলৈ লোৱা সিদ্ধান্তটোত কেনেকৈ ৰাজি কৰাব পাৰে তাকে চিন্তা কৰিছে। মৰিচ পেলেষ্টাইনলৈ যাবলৈ ৰাজী নহয়—গল্ডিয়ে মৰিচ আৰু পেলেষ্টাইনৰ মাজত কোন-টোৱেইবা বাচি লব। মৰিচক এৰিব নোৱাৰে, মৰিচ পেলেষ্টাইনলৈ যাবলৈ অনিচ্ছুক, কিন্তু বৃটেইনে বেলফোৰ ঘোষণাৰ পাছত ইহুদীসকলক এখন পৃথক ঠাই দিয়া হব বুলি আস্বাস দিয়াত মৰিচ পেলেষ্টাইনলৈ যাবলৈ মান্তি হয়। আৰু ১৯১৭ চনত গল্ডি আৰু মৰিচ বিবাহ সূত্ৰত আৱদ্ধ হয়।

তেওঁলোকে মিলাওকিত এটা বেলেগ ঘৰলৈ যুটিয়া জীৱন আৰম্ভ কৰিছে। যুদ্ধ শেষ হোৱা নাই কাৰণে পেলেষ্টাইনলৈ তেওঁলোক যাব পৰা নাই। মিলাওকিত থাকি 'লেবাৰ জায়নিজিম'ৰ কামত গল্ডি সদায় ব্যস্ত আছিল। ঘৰখনক আওকান কৰি ৰাজহুৱা কামত ববকৈ লগাত দেউতাক আৰু বায়েকে বাৰে বাৰে গল্ডিক নিজৰ ব্যক্তিগত জীৱনক আওকান নকৰিবলৈ কৈ আছিল যদিও গল্ডিয়ে ইহুদী আন্দোলনৰপৰা নিজকে আতৰাই ৰাখিব নোৱাৰিছিল। গল্ডিয়ে ইংৰাজী আৰু

ইদিছ ভাষা দুয়োটাই সৰসৰকৈ কব পাৰিছিল আৰু আগতে নেজানিলেও ঠাইতে বক্তৃতা দিব পাৰিছিল। সেই কাৰণে ৰাজহুৱা জীৱনৰ আহ্বান গল্ডিলৈ সদায়েই আহিছিল—মৰিচ সহনশীল আৰু বুজন আছিল কাৰণে গল্ডিৰ সাংসাৰিক জীৱন ভালকৈয়ে চলিছিল।

১৯১৮ চনত আমেৰিকাত ইহুদীসকলৰ কংগ্ৰেছৰ সমাৱৰ্তন ফিলাডেলফিয়াত হয় আৰু তালৈ যাবলৈ গল্ডি প্ৰতিনিধি নিৰ্বাচিত হয়। এই কংগ্ৰেছৰ ভাচাইলইচৰ শান্তি চুক্তিত ইউৰোপৰ ইহুদী সকলৰ নাগৰিক অধিকাৰৰ নিৰাপত্তাৰ কাৰণে প্ৰতিবেদন দিবলৈ কাৰ্য্য সূচী প্ৰস্তুত কৰিবৰ কাৰণে অনুষ্ঠিত হৈছিল—গল্ডিৰ ৰাজহুৱা ৰাজনৈতিক জীৱনৰ পাতনি—এই সমাৱৰ্তনৰপৰা আৰম্ভ হৈছিল বুলি কব পাৰি।

১৯২০ চনত গল্ডিহঁতে পেলেষ্টাইনলৈ যাবলৈ সাজু হবলৈ ধৰিলে। পেলেষ্টাইনৰ কঠোৰ কষ্টকৰ জীৱনলৈ সাজু হৈ তাত অলাগতীয়াল হব বুলি বস্তুবোৰ বিক্ৰি কৰিলে। য'তেই থাকিবলগীয়া হয় অলপমান গানবাজনাৰ জৰীয়তে নিজকে আনন্দত ৰাখিব পাৰিব বুলি ভাবি গ্ৰামফোন আৰু ৰেকৰ্ডবোৰ লগে আৰু ললে কেখনমান কম্বল যাতে বিছনাৰ অভাৱ হলে সেইবোৰ পাৰি বিছনাৰ কাম চলাই দিব পাৰে।

দেউতাক মাকৰপৰা বিদায় লৈ বায়েক শ্যায়েনাৰপৰা বিদায় লবলৈ যাওঁতে শ্যায়েনাও তেওঁলোকৰ লগত যাবলৈ ওলাল। তাত হৈ থকা আৰব উপদ্ৰৱৰ কথায় শ্যায়েনাৰ সিদ্ধান্ত সলাব নোৱাৰিলে। গিৰিহঁত শ্যামাই উপাৰ্জন কৰি তেওঁলোকৰ ভৰণ পোষণ কৰিব লাগিব কাৰণে থাকি গ'ল। তেওঁলোকৰ পেলেষ্টাইন যাত্ৰাৰ বিষয়ে লিখিবলৈ হ'লে এখন কিতাপেই হব। নানা দুখকষ্ট সহ্য কৰি সমুদ্ৰযাত্ৰাৰ অনুপযোগী জাহাজ এখনত তেওঁলোক গৈছিল। নাৱিকসকলে বাটতে ধৰ্মঘট কৰিছিল—আৰু তাৰ পিছত হৈছিল নাৱিক বিদ্ৰোহ। যাত্ৰীসকলৰ খোৱা পানীত তেওঁলোকে সাগৰৰ লুণীয়াপানী ঢালি দিছিল আহাৰত নিমখ চটিয়াই দিছিল আৰু জাহাজৰ ইঞ্জিন বিকল

কৰি দিব খুজিছিল—এনেকুৱা ভয়াবহ পৰিস্থিতিটো তেওঁলোকে মনৰ সাহ নেহেকৱাই পেলেষ্টাইন অভিমূখী হৈ নিজৰ দেশ গঢ়া কামত নিজক আহুতি দিব পাৰিব বুলি ভাবি আগবাঢ়ি গৈ আছিল। আটলান্টিক মহাসাগৰ পাৰ হৈ ইটালি ইজিপ্ত ৰেলেৰে অতিক্ৰম কৰি তেওঁলোকে পেলেষ্টাইনৰ টেলআভিভ নগৰখন পালেহি।

টেন সৰু ৰেল ষ্টেচনটোত গল্ডিহঁতক আগবঢ়াই নিবলৈ কোনো অহা নাছিল। তেওঁলোকতকৈ দুবছৰমান আগতে পেলেষ্টাইনলৈ অহা কেজনমান বন্ধুলৈ তেওঁলোকৰ আগমন বাৰ্তা জনাইছিল। ষ্টেচনত কাকো নেদেখি তেওঁলোক ক'লৈ যাব কি কৰিব একো উৱাদিহ নেপাইছিল। এটা ভয়ঙ্কৰ দুঃসাহসিকতাপূৰ্ণ ভ্ৰমণৰ অন্তত তেওঁলোক তেওঁলোকৰ গন্তব্যস্থান ইহুদীসকলৰ গৌৰব নগৰী টেলআভিভ পাইছেহি। এয়ে তেওঁলোকৰ একমাত্ৰ সান্ত্বনা। দূৰত দেখা শাৰী শাৰী ঘৰবোৰ—তেওঁলোকক আৱৰি থকা বালিৰ স্তুপবোৰ আৰু ষ্টেচনটো তেওঁলোকৰে পূৰ্বপুৰুষসকলৰ ভিঠা—তেওঁলোকে নিজৰ দেশ বুলি ভবা নিজৰ ঘৰ বুলি ভবা ঠাইৰে অংশ। তেওঁলোক কিংকৰ্তব্য বিমূঢ় হৈ ৰৈ আছে—এনেতে হঠাৎ এজন মানুহ আহি তেওঁলোকক এটা সৰু হোটেললৈ লৈ গ'ল। হাতমুখ ধুই বিচনাত শুবলৈ লৈ বিচনাত উৰহ দেখি শুবই নোৱাৰিলে—ৰাতি উজাগৰে থাকি কেৱল ভাবিলে উৰহতকৈও ডাঙৰ ডাঙৰ আহুকাল আৰু আমনি লগা কথা সহ্য কৰিব লাগিব।" নিজৰ দেশখনত আছোঁ এয়ে আমাৰ গৌৰৱ। ইয়াৰ সকলো মানুহৰ অতীত পৰম্পৰা একে আৰু সকলোৰে ভবিষ্যতৰ লক্ষ্যও একে—এই দেশত হেজাৰ অসুবিধা সহকৰিও থাকিব লাগিব।" সেইকাৰণে তেওঁলোক দুখকষ্টৰ মাজতো আনন্দত আছিল—কিন্তু তেওঁলোকক আগবঢ়াই নিবলৈ আহিব লগা বন্ধুকেইজন আকৌ আমেৰিকালৈ উভতি যাবগৈ বুলি জানি তেওঁলোকৰ মনলৈ সাময়িক ভাবে হলেও এটা হতাশাৰ ভাৱ মাজে মাজে আহিছিল। ঘৰ বিচাৰিবলৈ ধৰিলে আৰু টেলআভিভৰ অনুন্নত ঠাই এখনত গাধোৱা

ঘৰ নথকা বিজুলি চাকি নোহোৱা দুটা কোঠাৰ ঘৰ এটা ভাড়া ললে। চল্লিশজন মানুহৰ মাজত এটা মাত্র গাধোৱা ঘৰ। তাতে তেওঁলোকে অস্থায়ী ভাবে সোমাই ল'লে। তেওঁলোকে 'কিবাজ'ত থাকিব বুলি ভাবিছিল—কিন্তু 'কিবাজ'ৰ সভ্য হবলৈ তেওঁলোক প্রায় ছমাহ ৰ'ব লাগিব।

কিবাজ (Kibbaz) নো কি? কিবাজ ইহুদীসকলৰ স্বদেশ ৰচনা কৰা প্রয়াসৰ এটা অবিচ্ছেদ্য অঙ্গ। বেলফোৰ (Belfour) ঘোষনাই ইহুদীসকলৰ মনত এখন স্বদেশ ৰচনা কৰাৰ সপোন বাস্তৱত ৰূপায়িত কৰিবলৈ প্রথম অঙ্কুৰ যেন ৰোপণ কৰিছিল। কেইবছৰ মান আগতে ইহুদী জাতীয় পুঁজি (Zionist National Fund) গঠন হৈছিল—এই পুজিৰে ইহুদীসকলে আৰৱসকলৰপৰা মাটি কিনিব। প্রত্যেক ইহুদী পৰিয়ালৰে প্রার্থনা পুথিৰ ওচৰত এটা নীলাটিনৰ বাকচ থাকে—ইয়াতে তেওঁলোকে সপ্তাহে সপ্তাহে প্রার্থনাৰ দিনটোত পইচা জমা কৰে। কেৱল গৃহস্থই নহয়—তেওঁলোকৰ অতিথি সকলেও সেই টিনত প্রার্থনাৰ দিনা পইচা থৈ যায়। পেলেষ্টাইনৰ বেচি ভাগ মাটি কাঠমিস্ত্রি, মুচি, দর্জি আদি শ্রমী মানুহৰ নীলাটিনৰ টকাৰে কিনা হৈছিল—১৯০৪ চনৰপৰা ইহুদী বিলাকে পেলেষ্টাইণৰ বহুতো মাটি কিনি লৈছিল। এই মাটিবোৰ সাৰুৱা কৰি থাকিবপৰা কৰি লোৱা কাম আগৰণুৱা লেবাৰ জায়নিজিমৰ সভ্যসকলে নিজে কৰিবলৈ হাতত লৈছিল। সকলোৰে সমূহীয়া সম্পত্তি হিচাবে "কিবাজৰ" সভ্যসকলে কঠোৰ পৰিশ্রম কৰি এই মাটি খেতিৰ উপযোগী কৰি সেউজীয়া গছগছনিৰে আৰু ফলফুলেৰে ভৰপূৰ কৰিছিল। বিৱাহিত দম্পতিক প্রথমতে "কিবাজ"ত থাকিবলৈ দিয়া নহৈছিল—তাৰ উপৰি আমেৰিকাৰপৰা আহিছে কাৰণে কষ্টৰ কাম কৰিব নোৱাৰিব বুলি তেওঁলোকক 'কিবাজ'ত সভ্য ভর্ত্তি কৰি লব খুজিছিল। গল্ডিয়ে তেওঁৰ কামেৰে তেওঁ যে 'কিবাজ'ৰ উপযুক্তা তাকে দেখুৱাবলৈ অশেষ কষ্ট স্বীকাৰ কৰিবলগীয়া হৈছিল। 'কিবাজ' বিলাকত সকলোৰে কাম নির্ধাৰিত কৰি দিয়া থাকে—কেতিয়াবা কোনোবাই

প্ৰহৰীৰূপে কাম কৰিব লাগে—কেতিয়াবা এটা দ'ল বান্ধনীঘৰত—কেতিয়াবা মাটি খন্দা কামত থাকিব লাগে—এনেকৈ সপ্তাহটোত সলনা-সলনি কৰি ৮ ঘণ্টা কিবাজৰ কাৰণে সকলোৱে কাম কৰিব লাগে। মাটি খান্দি গছপুলি ৰোৱা কাম কৰোতে গল্ডিৰ হাতৰ অৱস্থা শোচনীয় হৈছিল—খোৱাৰ মেজলৈ আহি হাতৰ বিষত চামোচখনকে মুখলৈ ওচৰলৈ নিব নোৱাৰা অৱস্থা হৈছিল। তথাপিও এটা উদ্দেশ্যৰ সিদ্ধিৰ পথত—নিজৰ দেশক পুনৰ নিৰ্ম্মাণ কৰা কামত আত্মনিয়োগ কৰি তেওঁ স্বৰ্গীয় আনন্দ লাভ কৰিছিল তেওঁৰ সকলো দুখ কষ্ট তলপৰি গৈছিল। কুকুৰা পালনত গল্ডি একেবাৰে অনভিজ্ঞ—কিবাজৰ জৰীয়তে দুসপ্তাহ কুকুৰা পালনৰ প্ৰশিক্ষণ লৈ কুকুৰা পালন কৰি কণি উৎপাদনৰ কাম কৰি কিবাজৰ আহাৰৰ মানদণ্ড তেওঁ অলপ ওপৰলৈ লৈ যাব পাৰিছিল। যি কামকে কৰে তাতেই তেওঁ আনন্দ লাভ কৰে—যদি সেই কামে তেওঁলোকৰ অৰ্থনৈতিক বা সামাজিক অৱস্থা এখোপ ওপৰলৈ নিয়ে তেতিয়াতো কথাই নাই। কিবাজৰ সমূহীয়া জীৱন তেওঁ ভাল পাইছিল—কিন্তু মৰিচৰ গা বেয়া হোৱা কাৰণে—মৰিচে কিবাজ জীৱনত খাপ খাব নোৱাৰা কাৰণে গল্ডিয়ে 'মাৰ হাভিয়া' কিবাজ এৰিব-লগীয়া হ'ল। গল্ডিয়ে সন্তান কামনা কৰিছিল কিন্তু মৰিচে সমূহীয়া জীৱনত সন্তান জন্মাদি নিজৰ জীৱনৰ আবুৰ ভাবক বিসৰ্জন দিব খোজা নাছিল। কিবাজৰ সন্তান সমূহীয়া হিচাবে ডাঙৰ দীঘল হয়—মাক দেউতাকৰ লগত নেথাকে। কিন্তু কিবাজত লৰাছোৱালীৰ যত্ন ভালদৰে লয়। লৰাছোৱালী অনাহাৰত থাকিব নেলাগে। মৰিচে নিজৰ ঘৈনীক ল'ৰাছোৱালীক একেবাৰে নিজৰ বুলি লগত ৰাখি ভৰণ পোষণ কৰিবলৈ ভাল পাইছিল।

মৰিচৰ শাৰিৰীক আৰু মানসিক স্বাস্থ্যৰ কথা ভাবি গল্ডিয়ে এইবাৰ নিজৰ ইচ্ছা বিসৰ্জন দিলে। মৰিচে জেৰুজালেমত গড়কাপ্তানী বিভাগত এটা কাম ললে আৰু তেওঁলোকে টেল আভিভ এৰি জেৰুজালেমলৈ গুচি আহিল। তাতে তেওঁলোকৰ প্ৰথম সন্তানৰ জন্ম হয়। এটা সুন্দৰ

পাৰিবাৰিক জীৱন গঢ়াত মন দিবলৈ গল্ডিয়ে মনত বল বান্ধিলে। নিজৰ মনযোৱা কথাবোৰতকৈ আগঠাই ললে তেওঁৰ প্ৰতি থকা কৰ্ত্তব্য বোধে।

মনত অসীম আশা লৈ জীৱনৰ গতি ঘকৰাপৰিবেশত আৱদ্ধ ৰাখি সংসাৰ নিয়াৰিকৈ চলাবলৈ সজ ইচ্ছা থকা স্বত্বেও গল্ডিইঁতে যেন জীৱন যুদ্ধত পৰাজয় স্বীকাৰ কৰিবলগীয়া হৈছিল। মৰিচ আৰু গল্ডি দুয়োজনে ভালকৈ জানিছিল যে, তেওঁলোক পেলেষ্টাইনলৈ নিজৰ পাৰ্থিব অৱস্থা ভাল কৰিবলৈ অহা নাই অনাটন অভাৱৰ লগত দুয়োজন বাককৈয়ে পৰিচিত। কিন্তু সেই সময়খিনি যদি অলপ সহজভাৱে চলিবপৰা সময় হলহেঁতেন মৰিচৰ অলপীয়া আৰ্জনেৰে দুয়োজন ভালকৈয়ে থাকিব পাৰিলেহেতেন। সকতে মাকে কোৱা অভাৱ অনাটনৰ কথা গল্ডিৰ মনলৈ বাৰে বাৰে আহে। নিজৰ সন্তানক ভোকাতুৰ ৰাখিবলগীয়া হব পাৰে বুলি মনত চিৰচিন্তালৈ জেৰুজালেমত গল্ডিহঁতে জীৱন কটাব-লগীয়া হৈছিল। কেতিয়াবা কেতিয়াবা ভিনিহিয়েক শ্যামেয়ে জেৰুজালেমলৈ তেওঁলোকক খবৰ কৰিবলৈ আহিলে ফলমূল শাকপাচলি মাখন চানা আদি লৈ আহে। গল্ডিয়ে তেতিয়া কেদিনমানলৈ লৰাছোৱালীৰ খোৱা-বোৱাৰ চিন্তাৰপৰা অলপ সকাহ পায়। তেওঁলোকে তেওঁলোকৰ দুটা কোঠাৰ ভাড়াঘৰটোৰ এটা কোঠা আকৌ ভাড়ালৈ দি চলিবলগা হৈছিল—কিন্তু দ্বিতীয় সন্তান চাৰাৰ জন্ম হোৱাত সেই কোঠাটো নিজৰ কৰি ললে আৰু আৰ্থিক অৱস্থা অলপ টনকিয়াল কৰিবলৈ ল'ৰা মেনাচেমৰ নাৰ্চাৰী স্কুলত কাপোৰ কানি ধুই দিয়া কামটো গল্ডিয়ে ললে। চাৰাক বেচি সময় অকলে এৰি নোযোৱাকৈ গল্ডিয়ে ওচৰতে কেৱল এইটো কামেই কৰিব পাৰিব বুলি ভাবিছিল। ষ্টভট বাল্টিৰ পিচত বাল্টি পানী গৰম কৰি কাপোৰ ধুই পইচা উপাৰ্জ্জন কৰিছিল—কামলৈ তেওঁ ভয় কৰা নাছিল কিন্তু কিবাজত কাম কৰি গল্ডিয়ে ভাল পাইছিল—তাত তেওঁ এটা গতিশীল সমাজ ৰচনাত বৰঙণি যোগাব পাৰিছিল—কিন্তু জেৰুজালেমত তেওঁ যেন পৰিস্থিতিৰ বন্দিনী। এই পৰিস্থিতিত লাখ লাখ নাৰী পৰিবলগীয়া হৈ আছে। নিজৰ নিয়ন্ত্ৰণৰ

বাহিৰত এই পৰিস্থিতিত পৰি ঘৰ চলাবলগীয়া হয়। লৰাছোৱালীৰ জোতা জোৰ নফটাকৈ ৰাখিবলৈ গল্ডিৰ অশেষ চেষ্টা কাৰণ আৰু এজোৰ জোতা কিনিবলৈ তেওঁৰ সাধ্যই নুকুলায়—কাইঁ অৰ হলে লৰা-ছোৱালীৰ ঔষধ যোগাৰ কৰি অনাৰ চিন্তা। এইটোৱেই জীৱন নেকি? দৰিদ্ৰতা অভাৱ অনাটন দুৰ্ব্বহ বৈচিত্ৰতাহীন জীৱন। মানসিক চিন্তাত জুকলা হোৱা এই চাৰিটা বছৰ গল্ডিৰ জীৱনৰ বৰ করুণ অধ্যায়। তেওঁৰ এই মানসিক অৱস্থাৰ কথা মৰিচক খুলি কব নোৱাৰে, মৰিচক ভালপাই—মৰিচৰ মনত দুখ দিব নোখোজে। মনখুলি দুয়োজনে যদি মনৰ কথা পাতিলে হেতেন হয়তো বা মনৰ দুখ অলপ পাতলিলে হেঁতেন। পেলেষ্টাইনলৈ গল্ডি এখন গতিশীল সমাজ গঢ়াৰ সপোন লৈ আহিছিল—সেই সপোনৰ করুণ পৰিণতিত গল্ডি যেন বিহ্বলা—তেওঁৰ মাক দেউতাক—ইতিমধ্যে মিলাওকিৰপৰা পেলেষ্টাইনলৈ আহিল আৰু নিজকে টেল আভিভত পিতাপি খুৱাই ললে। গল্ডি মাজে মাজে মাক দেউতাক আৰু বায়েকক লগ পাবলৈ আহে আৰু দেশৰ পৰিস্থিতিৰ বুজ লবলৈ দুই এজন বন্ধুক লগ পায়। সেই সময়ত "হিষ্টাৰদুত (Histardut) বোলা এটা ইহুদী শ্ৰমিক সঙ্ঘত গল্ডি সোমাই পৰিল। এই "হিষ্টাৰদুত"ৰ মহিলা শ্ৰমিক শাখাৰ সম্পাদিকাৰ দায়িত্ব ভাৰ গল্ডিয়ে ল'লে। এই দায়িত্ব লৈ গল্ডিয়ে জানিছিল যে তেওঁ ঘৰ এৰি বহুত ভ্ৰমণ কৰিবলগীয়া হব কিন্তু ইহুদীৰ জাতীয় দেশ গঢ়াৰ সপোনক বাস্তৱত ৰূপায়িত কৰাৰ অভিলাষৰ পৰিপূৰ্ণভাৱ ইচ্ছাৰে ঘৰৰ বান্ধোন এৰি গল্ডি পেলেষ্টাইনৰপৰা টেল আভিভলৈ লৰা-ছোৱালী দুটি লৈ গুচি আহিল। স্বামী মৰিচ সপ্তাহৰ শেহত তেওঁলোকক চাই যাবলৈ আহিছিল গল্ডিয়ে জানিছিল যে তেওঁৰ বিবাহিত জীৱন বিফলতাত পৰিণত হ'ল—এই সিদ্ধান্ত লৈ অনুশোচনা তেওঁ কোনোদিনেই নকৰিলে। তেওঁলোকৰ মৰম ভালপোৱা একেদৰেই থাকিল। ১৯২৮ চনত লোৱা এই সিদ্ধান্তই দহবছৰৰ পাচত বিবাহ বিচ্ছেদৰ ৰূপ ললে। ১৯৫১ চনত মৰিচৰ গল্ডিৰ ঘৰতে মৃত্যু হয়। ঘটনা ক্ৰমে গল্ডি সেই

সময়ত ঘৰত নাছিল। গন্ডি যেনেকুৱা ধৰণৰ আদৰ্শৰে অনুপ্ৰাণিত হৈছিল সেই আদৰ্শৰ অনুপ্ৰেৰণাৰে মৰিচে বিচৰা ধৰণৰ সহধৰ্মিনী হব নোৱাৰিলে। সেইকাৰণে মৰিচেও গন্ডিক নিজৰ ধৰণৰে চলিবলৈ এৰি দিলে। মৰিচ সদায় লৰাছোৱালী কেইটিৰ অনুৰক্ত ভক্তি-ভাজন পিতৃ হৈ আছিল আৰু মৰিচে মাজে মাজে চাৰা আৰু মেনাচেমক লগ দি আনন্দত ৰাখিছিল।

মহিলা শ্ৰমিক সঙ্ঘই ভগনীয়া নাৰীসকলক কাৰিকৰী বিদ্যাত পাৰ্গত কৰিবলৈ বিশেষকৈ কৃষিক্ষেত্ৰত উপযোগী প্ৰশিক্ষণ দিয়া কামত ব্যস্ত আছিল। গঠণ মূলক এই নাৰী আন্দোলনক গল্ডিয়ে সমৰ্থণ কৰিছিল কাৰণ এই সঙ্ঘই বহুতো নগৰীয়া ছোৱালীক কৃষি তথ্য আৰু কৃষি কাৰিকৰী বিদ্যাত প্ৰশিক্ষণ দি পেলেষ্টাইনৰ কৃষি উদ্যোগ সফলমণ্ডিত কৰাত অৰিহণা যোগাইছিল।

মেনাচেম আৰু চাৰাক লগত লৈ এখন ঘৰ চম্ভালি বাহিৰত কাম কৰিবলৈ গৈ গল্ডিৰ বহুত অসুবিধা হৈছিল। ৰাতি লৰা-ছোৱালীৰ কাৰণে ৰান্ধি থয় আৰু স্কুললৈ পিন্ধি যোৱা কাপোৰত কৰিবলগীয়া চিলাই বুটাম আদি লগাই বন্দোবস্ত কৰি থয়—তাৰ উপৰি বেমাৰ হ'লে ল'ৰাছোৱালীক ডাক্তৰৰ ওচৰলৈ লৈ গৈ ঔষধ পাতি আনিব লগাত পৰে। লৰা-ছোৱালীৰ আনন্দৰ কাৰণে অভিনয়, সঙ্গীত সন্ধিয়া আদিত যোগ দিয়াৰ কামখিনিও কোনোদিনা ত্ৰুটি কৰা নাছিল বুলি তেওঁ ভাবে! মাক আৰু বায়েকে লৰা-ছোৱালীৰ প্ৰতি অৱহেলা কৰা বুলি দিয়া দোষা-ৰোপে গল্ডিৰ মনত কেতিয়াবা দোষীৰ মনোভাৱ আনি দিয়ে পিচলৈ কেতিয়াবা কামত দেশ এৰি বাহিৰলৈ যাবলগীয়া হলে এই দোষী দোষী ভাৱটো বৰকৈ হৈছিল! কেবছৰমান পাচত তেওঁৰ মনৰ ভাব প্ৰকাশ কৰি এটা প্ৰৱন্ধত দুখ কৰি লিখিছিল—"ঘৰৰ বাহিৰত কামকৰিবলৈ যোৱা মাকৰ হতাশা আৰু মানসিক অন্তৰ্দ্বন্দৰ সমান দুখ খুব কমেই আছে। কিছুমান মাকে তেওঁলোকৰ স্বামীৰ বেমাৰ হ'লে বা স্বামীৰ কাম নেথাকিলে নাইবা পৰিয়ালটো গতানুগতিক জীৱনৰপৰা উজুটি

খাই আনফালে গলে বাধ্যত পৰিছে কাম কৰিবলৈ যায়। এনেকুৱা ক্ষেত্ৰত মাকে ঘৰৰ বাহিৰত নিজৰ কাম কৰাৰ প্ৰয়োজনীয়তাক ন্যায়-সঙ্গত বুলি ভাবে কাৰণ কাম নকৰিলে লৰাছোৱালী অনাহাৰে থাকিব। কিন্তু কিছুমান এনে ধৰণৰ নাৰী আছে যি সকলে অইন কিছুমান কামৰ কাৰণে ঘৰতে সোমাই থাকিব নোৱাৰে। নিজৰ পৰিয়াল ল'ৰা-ছোৱালীক মনত আগ ঠাই দিও তেওঁলোকৰ স্বভাব আৰু ব্যক্তিত্বই আন কিছুমান বস্তু বিচাৰে—তেওঁলোকে বৃহৎ সামাজিক জীৱনৰপৰা নিজকে বিচ্ছিন্ন কৰি ৰাখিব নোৱাৰে আৰু এনেকুৱা নাৰীৰ যেন জিৰণি লবলৈ আহৰি নাই·········

·····যিবিলাক নাৰী লৰা-ছোৱালীৰ প্ৰতি যত্নশীল তেওঁলোকে লৰা-ছোৱালীৰ তত্ত্বাৱধান ভালকৈ লয় কিন্তু কিছুমান শিশু মনো-বিজ্ঞানীৰ তথ্যত পোৱা যায়—যি বিলাক মাকে লৰা-ছোৱালীৰ ওচৰত থকাতকৈ বাহিৰত কাম কৰে তেওঁলোকে লৰাছোৱালীৰ উৎকৰ্ষ সাধনত বেচি সহায় কৰিব পাৰে। কিছুমান নাৰীয়ে লৰাছোৱালী আৰু পৰিয়ালটিক ভালপাই বুলিয়েই ঘৰৰ প্ৰতি অনুৰক্ত নহয়—তেওঁলোকৰ আত্মাই জীৱনৰ আনন্দ আৰু দুখ নিৰ্য্যাতনৰ বহুধা ৰূপক বুজিব নোৱাৰিছে ঘৰত আৱদ্ধ থাকে"।

······"বাহিৰত কাম কৰিবলৈ যোৱা মাতৃয়ে বহুত যাতনা সহ্য কৰিব লাগে। লৰাছোৱালীয়ে সুস্থ অসুস্থ সকলো অৱস্থাতে তেওঁক বিচাৰে আৰু এই অনন্ত সীমাহীন অন্তৰ্বিভাজনে পৰিয়ালৰ প্ৰতি থকা কৰ্ত্তব্যৰ অপূৰ্ণতা আৰু পিচতে নিজৰ কামৰ প্ৰতি থকা কৰ্ত্তব্যৰ টনাটনি হয়। বাহিৰত কাম কৰিবলৈ যোৱা নাৰীৰ এই অন্তৰ্বিভাজন এটা মনৰ বোজা হৈ পৰে।"

ছোৱালী চাৰা অসুস্থ। মূত্ৰাশয়ৰ অসুখ। প্ৰতি মাহে ডাক্তৰৰ ওচৰলৈ দৌৰা দৌৰি কৰিবলগীয়া হয়। অসুস্থ অৱস্থাতে কেতিয়াবা গল্ডিংয় চাৰাক বিছনাতে মাক আৰু বায়েকৰ তত্ত্বাৱধানত এৰি থৈ যাবলগীয়া হয়। ৰাতিপুৱাতে কামলৈ গৈ গধূলি আহি মাক আৰু

বায়েকৰ ওচৰত ক্ষমাভিক্ষা কৰিবলগীয়া হব বুলি সদায় গল্ডিৰ মনত এটা চিন্তা থাকি গৈছিল। এবাৰ ক্ৰুচেলচৰ এখন আন্তৰ্জাতিক সভালৈ যাওঁতে চাৰাক বেমাৰী অৱস্থাতে এৰি থৈ গৈ বায়েক শ্যায়েনালৈ লিখিছিল "মোৰ সমাজৰ বাবে কৰা কামবোৰ হঠাৎ দৈব চক্ৰৰূপে আহি পৰা নাই—মোৰ কাৰণে এই কামবোৰ বৰ লাগতীয়াল। মই অহাৰ আগতে ডাক্তৰে চাৰাক এৰি থৈ যাবলৈ অনুমতি দিছিল—মেনাচেমৰ কাৰণেও মই যথেষ্ট যোগাৰ কৰি থৈ আহিছোঁ। মই ভাবো আমি আমাৰ জাতিৰ কাৰণে প্ৰভাৱশালী মানুহক বুজোৱা কামটো অতি প্ৰয়োজনীয়। দেশৰ হাতলৈ অহা সুবিধা কেতিয়াও হেৰুৱাব নেলাগে।" চাৰা আৰু মেনাচেমে দুপৰীয়াৰ আহাৰ অকলে অকলে খাবলগীয়া হোৱা কাৰণে মাক আৰু বায়েকে সদায় গল্ডিক দোষাৰোপ কৰিছিল। শেহত গল্ডিয়ে তেওঁ থকা ঘৰৰ এটা কোঠা ভাড়া দি দিলে যাতে ল'ৰা-ছোৱালী কেইটাই অকলশৰীয়া অনুভৱ নকৰে। দেশৰ কৰ্তব্যৰ আহ্বানত বিদেশলৈ যাবলগীয়া হ'লে লৰাছোৱালীৰ লগত বহুদিন মাকৰ দেখা সাক্ষাতেই নহয়। ঘৰ আৰু দেশ এই দুইটা কৰ্তব্যৰ আহ্বানত সদায় মনত অন্তৰ্দ্বন্দ্ব লৈ দুয়োটা কৰ্তব্য সমাধান কৰিবলগীয়া হৈছিল। কেতিয়াবা মূৰ কামুৰিলে ঘৰত থাকিবলগীয়া হয়। মাকৰ চাৰিওফালে ঘুৰি ঘুৰি সৰু সৰু লৰা-ছোৱালী কেইটিয়ে আনন্দত নাচি নাচি গান গাই "আজি মাৰ মূৰ কামুৰিছে মা আজি ঘৰত আছে"। এই গানে তেওঁৰ মূৰৰ কামোৰণি নকমায় মনত বৰকৈ আঘাতহে দিয়ে।

১৯২৯-৩০ চনৰপৰা গল্ডি প্ৰায়েই দেশ এৰি বাহিৰলৈ যাবলগীয়া হৈছিল। আমেৰিকাৰ "পায়নিয়াৰ উমেন" (Pioneer Women) বোলা এটা অনুষ্ঠানে পেলেষ্টাইনৰ ইহুদীৰ সাহাৰ্য্যৰ কাৰণে নানা সভা সমিতি, লটাৰি, মেলা আদি পাতি অৰ্থ সংগ্ৰহ কৰিছিল। এই অনুষ্ঠানৰ জৰিয়তে পেলেষ্টাইনত ইহুদীসকলে কৰা কামবোৰ আৰু পেলেষ্টাইনৰ অৱস্থা বিশদ ভাবে বুজাই দিবৰ কাৰণে গল্ডিৰ এই বক্তৃতা অভিযান আৰম্ভ হৈছিল। এখন সভাৰপৰা আহি জিৰণি লওঁতে স্থানীয় সঙ্ঘৰ

সভানেত্ৰীগৰাকী আহি গল্ডিক কৈছিল “গল্ডি তুমি কেনৈ মাইকী মানুহে বক্তৃতা দিয়াৰ দৰে বক্তৃতা নিদিয়া তুমি বৰ ভালকৈ কোৱা কিন্তু তোমাৰ বক্তৃতা শুনি কাৰো চকুপানী নোলায়।” পেলেষ্টাইনত মহিলা সকলেই কেনেকৈ দুখ কষ্ট কৰি খেতি পথাৰ কৰি দেশ গঢ়াত লাগিছে, হিষ্টাৰদূত বোলা শ্ৰমিক সঙ্ঘ আৰু ভগনীয়া সমস্যাৰ কথা গল্ডিয়ে কৈছিল। ভাৱ-প্ৰৱনতাৰে বক্তৃতা নিদিলে মহিলা গৰাকীয়ে পইচা তুলিব নোৱাৰিব বুলি ভাবিছিল। এই বক্তৃতাবোৰেৰে প্ৰচাৰ অভিযান কৰি থাকোতেই ছেগ বুজি সময় উলিয়াই গল্ডিয়ে বাতৰি কাকতত সম্পাদকীয় স্তম্ভ লিখিছিল—তাৰোপৰি পেলেষ্টাইনত উৎপন্ন হোৱা সামগ্ৰীবোৰৰ টোপোলা কৰিছিল—নিজৰ থকা ঠাই ডাঙৰ গুদাম ঘৰ এটাতে লৈ বস্তুবোৰ টোপোলা কৰি থাকোতে আমেৰিকাৰ ইহুদী মহিলাসকলক পেলেষ্টাইনত নতুনকৈ ৰচা গীতটো শিকাবলৈ গল্ডিয়ে নেপাহৰিছিল।

দুবছৰ আমেৰিকাত প্ৰচাৰ অভিযানত লিপ্ত হৈ গল্ডি পেলেষ্টাইনলৈ আহিল আৰু তেওঁক হিষ্টাৰদূত বোলা শ্ৰমিক সঙ্ঘটোৱে সঙ্ঘৰ কাৰ্য্য-নিৰ্ব্বাহক সমিতিত ল'লে। ইহুদী সকলৰ স্বায়ত্বশাসনৰ প্ৰতিনিধিত্ব হিষ্টাৰদূত বোলা এই সঙ্ঘটোৱে কৰিছিল আৰু এই সঙ্ঘৰ কাৰ্যনিৰ্ব্বাহক সমিতিৰ সদস্য সকলে মন্ত্ৰীত্বৰ দায়িত্ব লৈ থকাৰ দৰে থাকিব লাগিছিল। বিভিন্ন ধৰণৰ দায়িত্বত থাকি গল্ডিয়ে এই সঙ্ঘৰ সেৱা কৰিছিল আৰু সমাজবাদী নীতিবোৰ মানুহৰ দৈনন্দিন জীৱনত কাৰ্য্যকৰী কৰিবলৈ চেষ্টা কৰিছিল। হিষ্টাৰদূতৰ সভ্যসকলক যি বেতন দিছিল সেই বেতন আনকথাৰ উপৰিও সভাৰ মুখাপেক্ষী হৈ থকা মানুহৰ ওপৰত নিৰ্ভৰ কৰিছিল। এজন চাপ্ৰাচীয়ে ৯টা লৰাছোৱালীৰে সৈতে নিশ্চয় গল্ডিতকৈ বেচি বেতন পাব কাৰণ গল্ডিৰ ওপৰত নিৰ্ভৰশীল হৈ পৰিয়ালত মাত্ৰ দুটি লৰা-ছোৱালী আছে। চাপ্ৰাচীজনে গল্ডিক গল্ডি বুলি মাতিলে আৰু গল্ডিয়ে তেওঁক নাম কাঢ়ি মাতিলে অপমান সূচক বুলি ভবাটো ভুল হব বুলি গল্ডিয়ে ভাবিছিল।

হিষ্টাবদূতৰ সম্ভৱত অসুস্থ সকলৰ কাৰণে আৰু অৱসৰ লোৱা লোকসকলৰ কাৰণে বেলেগ পুঁজি আছিল। এই পুঁজিলৈ সকলো সভ্যই কৰ হিচাবে পইচা দিবলগীয়া হৈছিল গল্ডিয়ে এই পুঁজিত সকলোৰে গোটেই বেতনৰপৰা এটা নিৰ্দ্দিষ্ট অংশ কৰ হিচাবে দিয়াটো বিচাৰিছিল। তাৰোপৰি ভগনীয়া নিবন্নুৱাসকলৰ কাৰণেও পুঁজি লাগিছিল। তেওঁলোকৰ ভৰণ পোষণলৈ হিষ্টাৰ দূতে আওকান কৰিব নোৱাৰে। এইবোৰ নীতিত আৰু কাৰ গোঁজ মাৰি লাগি থকা কাৰণে গল্ডি হিষ্টাৰদূতত অপ্ৰিয় হৈ পৰিছিল। কিন্তু মূলনীতিৰপৰা হিষ্টাৰদূত আতৰি আহিব নোৱাৰে। গল্ডিৰ এই মনোভাৱক বেন গুৰিয়ান আৰু আন আন ইহুদী নেতাই সমৰ্থণ জনোৱাত গল্ডিয়ে নিজৰ নীতি প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল। ১৯৩৬ চনত বাৰে বাৰে হোৱা আৰব আক্ৰমনৰ কাৰণে প্ৰতিৰক্ষা কৰ এটাও গোটেই ইহুদীজনগণৰ ওপৰত হিষ্টাৰদূতে লগাবলগীয়া হৈছিল।

পেলেষ্টাইনত শ্ৰমিকসকলৰ মাজত একতাৰ অভাৱ পৰিলক্ষিত হৈছিল। আলচৰফ বোলা উঠি অহা উদ্যোগী ইহুদী ডেকা এজনক আন এজন ইহুদীয়ে হত্যা কৰিলে। সোপন্থী আৰু বাওঁপন্থী শ্ৰমিক সকলৰ সংঘাটে অপ্ৰীতিকৰ অৱস্থাৰ সৃষ্টি কৰিছিল। বেনগুৰিয়ানে একতাৰ আৱশ্যকতাৰ বিষয়ে বাৰে বাৰে দোহাৰি থকা স্বত্বেও একো ফল নধৰিছিল। তাৰোপৰি হিটলাৰ ক্ষমতাত অধিষ্ঠিত হ'লত লাখ লাখ ইহুদী জাৰ্ম্মান আৰু অষ্ট্ৰিয়াৰপৰা পেলেষ্টাইন অভিমূখে আহিবলৈ ধৰিলে। নিজৰ দেশ বুলি তেওঁলোক কেৱল পেলেষ্টাইনলৈকে আহিব পাৰে। বুদ্ধিজীবি ডাক্তৰ ইঞ্জিনিয়াৰ অধ্যাপক সকলক কেনেকৈ নিয়োগ কৰিব? এদিনৰ ভিতৰতে তেওঁলোকক খেতিয়ক, পশুপালক, কুকুৰা-পালক হিচাবে কাম দি নিয়োগ কৰিবলগীয়া হৈছিল। তেওঁলোকক হিব্ৰুভাষা শিকাই বতৰৰ লগত খাপখুৱাবপৰা কৰিবলগীয়া হৈছিল। তাৰোপৰি ওচৰচুবুৰীয়া ৰাষ্ট্ৰৰ লগত বাৰে বাৰে হোৱা সংঘাটে তেওঁলোকে গঢ়ি তোলা দেশৰ গছ-গছনি ঘৰবাৰী নষ্ট কৰিছিল। জনগণে

নিৰাপত্তাৰ ভাৰ হেৰুৱাইছিল সেইকাৰণে গল্ডিয়ে কয়, "জাতীয় উদ্যোগৰ সময়ত মানুহে কৰিব পৰা দুটা কামেই আছে। এটা হৈছে আমি নোৱাৰিলো বুলি শেষ হৈ যোৱা আৰু আমি পাৰিম বুলি সাহসেৰে যিমান দিনলৈকে আৱশ্যক হয় সকলো বিপদৰ সন্মুখীন হোৱা।" তেওঁলোকে পিচৰটো পন্থাই বাচি লৈছিল।

১৯২৯-৩৬ চনত ওচৰচুবুৰীয়া ৰাষ্ট্ৰৰ লগত হোৱা সংঘৰ্ষৰ কাৰণে দেশ সদায় সজাগ আৰু সতৰ্ক হৈ থাকিবলগীয়া হৈছিল। আত্মৰক্ষাৰ কাৰণে "হাগানাহ" (Haganah) বোলা অনুষ্ঠানটো সদায় সজাগ আছিল। হিষ্টাৰদূতৰ বহুতো সভ্যই আৰব আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ অভিমত দিছিল কিন্তু বৃটিছে ইহুদীবিলাকক পেলেষ্টাইন সোমোৱাত বাধা দিব পাৰে বুলি তেওঁলোকে "হাভাগা" বুলি কোৱা প্ৰতিৰোধ নকৰা নীতি অনুসৰণ কৰিছিল।

জাফা বন্দৰটো আৰবে ইহুদীৰ কাৰণে বন্ধ কৰি দিয়াত হিষ্টাৰদূতে নিজৰ বন্দৰেৰে জাহাজ উদ্যোগ এটা গঠন কৰিবলৈ মন মেলিলে আৰু গল্ডিক আমেৰিকালৈ ধন সংগ্ৰহ কৰিবলৈ পঠিয়ালে। টেল আভিভত বন্দৰৰ শুভ উদ্বোধনৰ দিনা তেওঁলোকৰ অপাৰ আনন্দ। মানুহৰ অৱসৰ উপভোগ কৰাৰ বিভিন্ন ধৰণ আছে। গল্ডিই অৱসৰৰ সময়ত সাগৰলৈ চাই চাই ইহুদীসকলৰ নিজৰ নৌবাহিনীৰ জাহাজে ডেভিদৰ তাৰকা চিণ থকা পতাকা উৰুৱাই ইউৰোপ আফ্ৰিকা আৰু এচিয়াৰ যাত্ৰী কঢ়িয়াই সগৌৰৱে সাগৰত পাৰি দিয়াৰ কথা কল্পনা কৰি কৰি কেতিয়াবা অৱসৰৰ আনন্দ উপভোগ কৰিছিল।

ইহুদীবিলাকৰ ভগনীয়া সমস্যাটো এটা বৰ ডাঙৰ সমস্যা। এওঁলোকৰ পেলেষ্টাইন অনুপ্ৰৱেশৰ দিহা কৰিবলৈ গল্ডিয়ে কেবাখনো আন্তৰ্জাতিক সভাত উপস্থিত হবলগীয়া হৈছিল। এই সভা সন্মিলনত যোগ দি নিজৰ অভিজ্ঞতাৰে কৈছিল যে দুৰ্ব্বল জাতি এটাই তেওঁলোকৰ দাবীৰ ন্যায়সঙ্গতা প্ৰতিপন্ন কৰিবলৈ সভা সমিতি শোভাযাত্ৰা আদি কৰি থাকিলেই নহব। জাতি এটা নিজৰ মনোবল আৰু দৃঢ়তাৰে জীয়াই

থাকিব পাৰে সেইকাৰণে গল্ডিয়ে এখন সাংবাদিক মেলত কৈছিল,. "মোৰ মৃত্যুৰ আগতে মই এটা কথাই চাই যাব খোজোঁ যে ইহুদীয়ে যেন আনৰ পুতৌ নিবিচাৰে।" সহানুভূতিৰ ভাবৰ প্ৰকাশ তেওঁলোকক কেতিয়াও নেলাগে।

বৃটিছে ইহুদীক পেলেষ্টাইন অনুপ্ৰৱেশত বাধা দিছিল এই বাধা নিষেধে পৰোক্ষভাৱে ইজৰাইল ৰাষ্ট্ৰৰ জন্ম যেন ক্ষিপ্ৰতৰ কৰি দিছিল। ইহুদী বিলাকে ঠিক কৰিলে যে ৰাজনৈতিক সিদ্ধান্ত লব লাগিলে তেওঁলোকক এখন ৰাষ্ট্ৰ লাগিবই। ইহুদীৰ জীৱনৰ মূল্য আনৰ কাৰণে একো নহয় কিন্তু পেলেষ্টাইনৰ ইহুদীয়ে ইহুদী নিধন হবলৈ দিব নোৱাৰে সেইকাৰণে সকলো বাধা নিষেধ অৱজ্ঞা কৰি পেলেষ্টাইনৰ ইহুদীয়ে ভগনীয়া অনুপ্ৰৱেশ কামত বৰ গুৰুত্ব দিছিল।

দ্বিতীয় মহাসমৰৰ সময়ছোৱাত অকল এটা অভিযান নহয় পেলেষ্টাইনত তিনিধৰণৰ অভিযান একেলগে হৈ আছিল। পেলেষ্টাইনত যিমান পৰা যায় সিমান ইহুদী ভগনীয়া অনুপ্ৰৱেশ কৰোৱা সংগ্ৰাম, বৃটিছক নাজিৰ বিৰুদ্ধে ইহুদীক যুদ্ধৰত হবলৈ অনুমতি দিয়াৰ কাৰণে বুজাবাৰ অভিযান আৰু ইহুদীসকলৰ অৰ্থনৈতিক অৱস্থা উন্নত কৰাৰ অভিযান, যাতে যুদ্ধ শেষ হোৱাৰ লগে লগে পেলেষ্টাইনে ব্যাপক ভাবে বহুতো অনুপ্ৰৱেশকাৰী সামৰি লব পাৰে। এই তিনিওটা অভিযানকে গল্ডি ওতঃপ্ৰোত ভাৱে জড়িত আছিল। কেতিয়াবা গল্ডিয়ে ভাবে এই সংগ্ৰাম চলাই থাকিবলৈ তেওঁ মনোবল আৰু শাৰিৰীক শক্তি ক'ৰ পৰা পাইছিল? যুদ্ধৰ বছৰ কেইটাত গল্ডিয়ে এটা গুৰুত্বপূৰ্ণ শিক্ষা লাভ কৰিলে। সেইটো হৈছে নিজৰ কৰ্মক্ষমতাৰ শেষ সীমা বুলি ভাবিলেও মানুহে তাতকৈ অলপ বেচি মন কৰিলে কৰিব পাৰে। জাৰ্মানীত নাজিয়ে ইহুদী নিধন কাম কৰি থকাৰ বাতৰি পাই থাকিলে ঘড়ীৰ টিক টিক শব্দৰ লগে লগে এজন ইহুদী হত্যাৰ কথা মনত পৰিলে গল্ডিৰ কাৰণে কোনো কামেই টান যেন নলগা হৈছিলগৈ দুখ কি ভাগৰ কি সকলো পাহৰি গৈছিল।

দুটা বছৰ গল্ডিৰ কাৰণে ব্যক্তিগত আৰু ৰাজহুৱা ভাবেও সদায় মনত থাকিব। ১৯৪৩ চনত জীয়েক চাৰাই মাকক জনালে যে তেওঁ আৰু স্কুলত নপঢ়ে। স্কুলৰ শিক্ষা শেষ কৰিবলৈ মাত্র এবছৰ আছে গল্ডি বিমোৰত পৰিল কিন্তু চাৰা দেশৰ আন্দোলনত সক্রিয় অংশ লবলৈ আগবাঢ়ি আহিল। এদিন চাৰাই মাকক জনাইছিল "ইমা আজি মোৰ ঘৰলৈ উভটি আহোঁতে বেলি হব মই অলপ ওলাই যাম।" স্বাভাৱিকতে মাকৰ জানিবৰ ইচ্ছা কিয় কি কাৰণে যায়। উত্তৰত চাৰাই জনালে "মই তোমাক কব নোৱাৰিম। অলপ পাচত চাৰাক গলাবান্ধখনৰে ঢাকি এটা টোপোলা লৈ ওলাই যোৱা দেখিলে। গোটেই ৰাতি গল্ডি সেইদিনা শোৱা নাই। ৰাতিপুৱা গল্ডিয়ে নিজৰ মনৰ কথা চাৰাক কব বুলি ভাবিও একো নকলে বা একো নুসুধিলে।

গল্ডিৰ ল'ৰা মেনাচেমৰ দৰে চাৰাও এটা আগৰনুৱা শ্রমিক যুৱক আন্দোলনত সোমাই পৰিছিল। যেতিয়া চাৰা ঘৰত নেথাকি কিবাজত থকাৰ সিদ্ধান্ত ল'লে গল্ডি আচৰিত নহ'ল। দেশৰ পৰিস্থিতিৰ লগত সক্রিয়ভাৱে প্রতক্ষ্যভাবে অংশ গ্রহণ কৰিবলৈ চাৰাৰ মনৰ কথা গল্ডিয়ে বুজিছিল। নেগেভ বোলা ঠাই এখন সাৰুৱা কৰি খেতি আৰু বসবাসৰ উপযোগী কৰিবলৈ ইহুদী সঙ্ঘ এটাই দীৰ্ঘম্যাদি আঁচনি লৈছিল। এই আঁচনি কাৰ্য্যকৰী হলে হাজাৰ হাজাৰ ইহুদী অনুপ্রৱেশকাৰীক তেওঁ-লোকে বসতি দিয়াব পাৰিব বুলি বিশ্বাস কৰিছিল। চাৰা আৰু তেওঁৰ লগৰীয়া বন্ধুবিলাকে এই মহান আচনি কাৰ্য্যকৰী কৰা কামত অংশ গ্রহণ কৰিবলৈ সাজু হৈছিল। নেগেভৰ মৰুভূমিৰদৰে বালিৰে ভৰা ঠাইখিনি বসবাসৰ উপযোগী কৰি দেখুৱাব পাৰিলে স্কুলীয়া শিক্ষা সাং কৰাতকৈ দেশৰ কাৰণে বেচি ডাঙৰ কাম কৰা হব বুলি তেওঁলোকে ভাবিছিল। গল্ডিয়ে অন্তৰৰপৰা চাৰাৰ কথাটো সচা বুলি মানি লৈছিল কিন্তু চাৰাই এবছৰ ৰ'ব পাৰিলেহেতেন বুলি গল্ডিয়ে ভাবে। হাইস্কুল পাচ কৰি ওলোৱা মানুহৰ জীৱনৰ এটা ডাঙৰ পদক্ষেপ। এবাৰ স্কুল এৰিলে আৰু পঢ়া নহয় কিন্তু চৰাই পঢ়ালৈ ভয় কৰি স্কুল

এৰিব খোজা নাই কাৰণে গল্ডিয়ে চাৰাক সমৰ্থন নজনোৱাকৈ নেথাকিল।

এই বিষয়ে বহুতো আলোচনা বিলোচনা হ'ল। দেউতাক মৰিচ খণ্ডত উগ্ৰমূৰ্ত্তি। আন আন দেউতাক মাকেও এই চেমনীয়া লৰা-ছোৱালী বিলাকৰ কামত হয়ভৰ নিদিবলৈ যুটিয়া ভাবে সকলোৱে মিলি প্ৰতিবাদ কৰিবলৈ গল্ডিক লগ ধৰিলে। গল্ডিয়ে ল'ৰা-ছোৱালীয়ে জেদ কৰি অনমনীয় ভাবে কাম কৰিব লাগে বুলি বিশ্বাস নকৰে কিন্তু ইজৰাইলৰ কথা যেতিয়া আহি পৰে তেতিয়া দেশতকৈ একো কথাই ডাঙৰ নহয় বুলি গল্ডিয়ে ভাবিছিল। গল্ডিয়ে সেইকাৰণে চাৰাক স্কুল এৰিবলৈ অনুমতি দিলে।

'ৰিভাইভিম' বোলা ঠাইখনলৈ চাৰাক চাবলৈ গৈ গল্ডি আচৰিত হ'ল। তাত ঘঁাহৰ চিনচাব নাছিল কেৱল বালি আৰু চোকা ৰ'দ। খোৱা বস্তু বুলিবলৈ তাত একোৱেই নাছিল বুলিয়েই কব লাগিব। মাটি খান্দি উলিওৱা আপুকগীয়া খোৱাপানী খিনিও আছিল লুনীয়া, দিনত অতি গৰম ৰাতি অতিপাত ঠাণ্ডা। যেতিয়াই সময় পাই তেতিয়াই গল্ডিয়ে চাৰাক চাবলৈ যায় আৰু কিবাজৰ কামৰ অগ্ৰগতিৰ কথাৰ বুজ লয়। ইয়াতে গল্ডিয়ে লগ পাইছিল জেকেৰিয়া ৰেহাবি বোলা এটা ইয়েমাইট ল'ৰা। এই লৰাটিক চাৰাই বৰ ভাল পাইছিল।

১৯৪৩ চনৰ আৰু এটি ঘটনা, তেতিয়া চেপ্তেম্বৰ মাহ। দুজন ইহুদী ল'ৰাক বৃটিছে অস্ত্ৰ অপহৰণ কৰাৰ অপৰাধত দোষী কৰি লৈ আহিছে। "ভেদ হাপল" (Va'ad Hapoel) বোলা অনুষ্ঠানটোৰ সভ্যা হিচাবে গল্ডিয়ে এই বিচাৰত সাক্ষী দিবলৈ যাবলগীয়া হৈছিল। মেজৰ বেক্সটাৰ বোলা দোষী সাব্যস্ত কৰা মানুহজন আছিল হাগানাৰ কাৰ্য্যকলাপৰ ঘোৰ বিৰোধী আৰু সদায় হাগানাৰ কাৰ্য্যকলাপক সন্ত্ৰাসবাদী বুলি কৈছিল। গল্ডিয়ে এই বিচাৰত সাহসেৰে কৈছিল "আমাৰ যুৱক বিলাকক আমি অস্ত্ৰচালন কৰিবলৈ শিকাইছোঁ নিজক ৰক্ষাকৰিবলৈ আক্ৰমণ কৰিবলৈ শিকোৱা নাই। যদি এই যুৱকসকল দোষী তেন্তে

পেলেষ্টাইনৰ সকলো ইহুদী দোষী। পেলেষ্টাইনৰ সকলো ইহুদীৰদৰে মই প্ৰতিৰক্ষাবাদী। আমি যুদ্ধৰ গতিবিধি লক্ষ্য কৰি ভাল পাইছিলো গাৰু বৃটিছৰ জয় কামনা কৰিছিলো আৰু সৈন্যবাহিনীৰপৰা চুৰ কৰা কথাটো আমাৰ কাৰণে দোষণীয়" ·· এই সাক্ষাত দান দিওঁতে গল্ডিক এবাৰ জোৰেৰে সভাপতিজনে মনে মনে থাকক বুলি কৈছিল গল্ডিয়ে এইকথাৰ সাহসেৰে প্ৰতিবাদ কৰিছিল।

যুদ্ধত মিত্ৰশক্তি জয়ী হোৱাত ইহুদীবিলাকে ভাবিছিল যে বৃটিছ চৰকাৰে ইহুদীক পেলেষ্টাইনত প্ৰৱেশ কৰিবলৈ বাধা আৰোপ নকৰিব—কিন্তু বৃটিছ চৰকাৰে বাধা দিলে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ সভাপতি ট্ৰুমেনে জাৰ্ম্মানী আৰু অষ্ট্ৰিয়াৰপৰা অহা দহহেজাৰ ইহুদী ভগনীয়াক পেলেষ্টাইনত সোমাবলৈ অনুমতি দিবলৈ বৃটিছক অনুৰোধ কৰিলে বৃটেইনে এই অনুৰোধ উপেক্ষা কৰিলে। এঙ্গল আমেৰিকান কমিটি এখন গঠিত হ'ল—পেলেষ্টাইন সমস্যা সমাধান কৰিবলৈ এই কমিটিত গল্ডিয় হিষ্টাৰদূতৰ প্ৰতিনিধি হৈ ইহুদীসকলৰ হৈ কবলগীয়া হৈছিল।

যিবিলাক হাগানা জাহাজ ইউৰোপৰ ভগনীয়া বিলাকক পেলেষ্টাইণলৈ লৈ অহা কামত নিয়োজিত সেই জাহাজবোৰ বৃটিছে অৱৰোধ কৰিলে আৰু ইটালীৰ "লা স্পেজিয়া (La spazia) নামে ঠাইত এখন হাগানা জাহাজত ভগনীয়া বোৰক আহিবলৈ নিদিয়া কাৰণে ভগনীয়াবোৰে অনশন ধৰ্মঘট আৰম্ভ কৰিলে আৰু বলপ্ৰয়োগ কৰিলে তেওঁলোকে জাহাজ ডুবাই মৃত্যুবৰণ কৰিব বুলি ভাবুকি দিলে। এই ভগনীয়াৰ জাহাজ পেলেষ্টাইনলৈ আহিব নোৱাৰিলেও গল্ডি আৰু আন আন ইহুদী নেতাই "লা স্পেজিয়াৰ" মানুহ খিনিক সমৰ্থন জনাই ধৰ্মঘট কৰিবলৈ সিদ্ধান্ত ল'লে। পেলেষ্টাইণৰ ইহুদী জাতীয় পৰিষদৰ কাৰ্য্যালয়ত এই ধৰ্মঘট অনুষ্ঠান আৰম্ভ হয় পোন্ধৰজন সুস্থ শৰীৰৰ মানুহে এই ধৰ্মঘটত অংশ গ্ৰহণ কৰিব বুলি ঠিক হ'ল। গল্ডিৰ গা তেতিয়া বৰ ভাল নাছিল কিন্তু ডাক্তৰক তেওঁ ক'লে "ধৰ্মঘটত অংশ

গ্ৰহণ কৰিবলৈ নিদিলে ঘৰতে অনশন ধৰ্মঘট কৰি একো নোখোৱাকৈ থাকিম।" ডাক্তৰে অনুমতি দিলে ১০১ ঘণ্টা এই অনশন ধৰ্মঘট হৈছিল। এই অনশন ধৰ্মঘট ইহুদীসকলৰ একতাবদ্ধতাৰ প্ৰতীক স্বৰূপ আছিল।

১৯৪৬ চনৰ জুনমাহৰ শেষৰ ফালে বৃটিছ চৰকাৰে ইহুদীবিলাকৰ বিৰুদ্ধে তীব্ৰ ব্যৱস্থা গ্ৰহণ কৰিলে, হাজাৰ হাজাৰ ইহুদী নেতাক গ্ৰেপ্তাৰ কৰিলে আৰু কিবাজবোৰ আক্ৰমণ কৰিলে। ইহুদী সঙ্ঘৰ ৰাজনৈতিক শাখাৰ সভানেত্ৰী হিচাবে গল্ডি আইন প্ৰতিৰোধ আন্দোলনৰ সপক্ষে মত প্ৰকাশ কৰিছিল। তেওঁ প্ৰবীন ইহুদী নেতা ডাঃ ওৱেজমেনৰ ওচৰলৈ পৰামৰ্শ বিচাৰি গ'ল। সকলো ইহুদীয়ে ইহুদী ৰাষ্ট্ৰৰ পিতা বুলি ডাঃ ওৱেজমেনক শ্ৰদ্ধা কৰে। ডাঃ ওৱেজমেনে গল্ডিক ছুমাহ পাচত পেৰিচত হবলগীয়া ইহুদা সম্মিলনৰ সিদ্ধান্তৰ কাৰণে অপেক্ষা কৰিবলৈ কৈছিল। বৃটিছ চৰকাৰে পেলেষ্টাইনত ইহুদী কেণ্টণ এখন স্থাপন কৰিবলৈ বিচাৰিলে আৰু ইহুদী ভগনীয়াবিলাকক পেলেষ্টাইন অনুপ্ৰৱেশত বাধাৰ সৃষ্টি কৰি তেওঁলোকক চাইপ্ৰাচৰ এটা শিবিৰলৈ পঠিয়ালে। হাজাৰ হাজাৰ বৃটিছ সৈন্যৰে পেলেষ্টাইন ভৰি পৰিল। বৃটিচ চৰকাৰৰ এই নীতিয়ে ইহুদীবিলাকক বুজাই দিলে যে এখন ইহুদা ৰাষ্ট্ৰৰ অবিহনে ইহুদী সমস্যা সমাধান হব নোৱাৰে। পেলেষ্টাইনক ইহুদী কেণ্টণ কৰাৰ আচনি উলঙ্ঘা কৰিবলৈ বেন-গুৰিয়ানে বৰকৈ জোৰ দিছিল কিন্তু ডাঃ ওৱেজমেনৰ চিন্তাধাৰা অনুধৰণৰ আছিল ইহুদীবিলাক এখন সৰ্বগ্ৰাসী যুদ্ধত লিপ্ত হব বুলি ভয় কৰি গল্ডিহঁতৰ অভিমতক দায়িত্বহীন বুলি অভিহিত কৰিছিল গল্ডিই ডাঃ ওৱেজমেনক প্ৰতিবাদ কৰি সভাকক্ষ ত্যাগ কৰিছিল— ডাঃ ওৱেজমেনৰ লগত হোৱা মতবিৰোধ ভাল হবলৈ গল্ডিৰ বহুবছৰ লাগিছিল।

১৯৪৬ চনত বেচেলত বহা ইহুদী সম্মিলনে গল্ডিক সম্মিলনৰ ৰাজনৈতিক শাখাৰ মুৰব্বী হিচাবে জেকজেলামত নিযুক্তি দিলে। বৃটিছ

চৰকাৰ ইহুদীসকলক বশ্যতা স্বীকাৰ কৰাব নোৱাৰি ভাগৰি পৰিছিল। বন্ধুৱা মন্ত্ৰীসভাই পেলেষ্টাইন সমস্যাটো ৰাষ্ট্ৰসঙ্ঘক সমাধান কৰিবলৈ এৰি দিলে। ৰাষ্ট্ৰসঙ্ঘৰ প্ৰতিনিধিয়ে সমস্যা অনুধাৱণ কৰি থাকোতেই বৃটিছ চৰকাৰে ভগনীয়া বিলাকক জাৰ্ম্মানীলৈ জাহাজত পঠিয়াবলৈ ঠিক কৰিছে, আৰব ৰাষ্ট্ৰসমূহৰ লগত সংঘৰ্ষ চলি আছে, টেল আভিভৰপৰা জেৰুজেলামলৈ অহা যোৱা আলিবাট আৰবসকলে বন্ধ কৰি দিছে তাৰ মাজতেই গল্ডি হাগানাৰ সহায়ত অহাযোৱা কৰিবলগীয়া হৈছিল। কেতিয়াবা তেওঁ আহি থকা মটৰৰ মাজেৰে গুলি উৰি গৈছিল তথাপি বুকুত সাহ বান্ধি ইহুদী সকলৰ জীৱন-মৰণ সমস্যাত জপিয়াই পৰিছিল। কেতিয়াবা আনৰকমৰ দুঃসাহসিকতাৰ কামত তেওঁ জড়িত হৈছিল। এবাৰ বৃটিচ সৈন্যই তেওঁ আহি থকা গাড়ীখনত অস্ত্ৰ আছে বুলি খানাতালাচ কৰিছিল তেওঁৰ লগত সহচৰী হৈ অহা হাগানা সভ্যা এগৰাকীৰ হাতত এটা বন্দুক ধৰা পৰিল আৰু ছোৱালীটিক তৎক্ষণাত গ্ৰেপ্তাৰ কৰিলে। "তেওঁক কলৈ লৈ যোৱা?" বুলি গল্ডিয়ে বৃটিছ সৈন্যজনক প্ৰশ্ন কৰিলে। যিখন ঠাইলৈ ছোৱালীজনীক লৈ যাব খুজিছিল সেই ঠাইখনত এজনী গাভৰুছোৱালীৰ কাৰণে ৰাতি কটোৱা টান। গল্ডিয়ে তেওঁকো সেই ঠাইলৈ ছোৱালীজনীৰ লগত একেলগে লৈ যাব লাগে বুলি টানি ধৰাত গল্ডিক ইহুদী সঙ্ঘৰ কাৰ্য্যকৰী সমিতিৰ সভ্য বুলি জানি ছোৱালীটিৰে সৈতে তেওঁকো পুলিচ ষ্টেচনলৈ লৈ গ'ল আৰু তাত দুয়োজনকে মুকলি কৰি দিলে।

১৯৪৭ চনৰ ৩১ আগষ্ট তাৰিখে ৰাষ্ট্ৰসঙ্ঘৰ জেনেভাত বহা পেলেষ্টাইন সম্পৰ্কে কৰা বিশেষ কমিটিখনে প্ৰতিবেদন দাখিল কৰিলে আৰু তাৰ ৮ জন সভ্যই আৰব আৰু ইহুদী ৰাষ্ট্ৰ কৰি পেলেষ্টাইন বিভাজন কৰিবলৈ মত ডাঙি ধৰিলে, জেৰুজেলামক আন্তৰ্জাতিক তত্ত্বাৱধানত ৰাখিবলৈ পৰামৰ্শ দিলে। সংখ্যালঘুৰ দলটোৱে আৰব আৰু ইহুদীসকল ফেডাৰেল ৰাষ্ট্ৰ হিচাবে থাকিব লাগে বুলি মত পোষণ কৰিলে। এতিয়া ৰাষ্ট্ৰসঙ্ঘই সিদ্ধান্ত লব লাগে। আৰবে গোটেই

পেলেষ্টাইনখনক আৰব ৰাষ্ট্র হব লাগে বুলি দাবী কৰিলে অন্যথা যুদ্ধৰ ভীতি প্ৰদৰ্শন কৰিলে। বৃটিছ চৰকাৰে আৰব আৰু ইহুদীসকলে দেশ বিভাজনত উৎসাহী নহলে বিভাজন কৰিব নেলাগে বুলি অভিমত দিলে আৰু আমেৰিকা আৰু ৰুচিয়াই ৰাষ্ট্ৰসঙ্ঘৰ সংখ্যা গৰিষ্ঠতাৰ মতামত লব বুলি সিদ্ধান্ত ললে। ১৯৫৭ চনৰ ২৯ নবেম্বৰৰ দিনা ৰাষ্ট্ৰসঙ্ঘই পেলেষ্টাইন বিভাজন কৰিবলৈ ৰায় দিলে। এই ৰায় শুনি ইহুদী সঙ্ঘৰ আৱাসস্থানলৈ গল্ডিয়ে তৎক্ষণাত ঢাপলি মেলিলে তাত হাজাৰ হাজাৰ সভাৰ হৰ্ষধ্বনিৰ মাজত গল্ডিয়ে গা ঢালি যেন সহযোগ কৰিব নোৱাৰিলে আনন্দত মতলীয়া জনতাক সম্বোধন কৰিবিশেষকৈ আৰবসকলক উদ্দেশ্য কৰিয়েই গল্ডিয়ে কৈছিল "দেশ বিভাজন আচনিখন এটা মোকামিলা কৰিবলৈ লোৱা আঁচনি। এনেধৰণৰ বিভাজন তোমালোকেও বিচৰা নাই আমিও বিচৰা নাই এতিয়া আমি বন্ধুত্ব পূৰ্ণ সহযোগীভাবে শান্তিৰ কাৰণে কাম কৰি যাওঁ আহা।" এই বক্তৃতাই দেশৰ সমস্যাৰ একো সমাধান নকৰিলে। আৰবে সংঘৰ্ষ আৰম্ভ কৰিলে যুদ্ধ প্ৰস্তুতিৰ কাৰণে ইহুদী সঙ্ঘই নানান গোপন সভাত ধন সংগ্ৰহৰ কাৰণে কি কৰিব লাগিব আলোচনা কৰিবলৈ ধৰিলে। আগতে ধনসংগ্ৰহ পেলেষ্টাইনত পুৰ্ণবসতি কৰা আচনিৰ কাৰণে হৈছিল কিন্তু এতিয়া তেওঁলোকে ৰণ প্ৰস্তুতিৰ কাৰণে ধনসংগ্ৰহ কৰিব লাগিব।

টেঙ্ক, পদাতিক আৰু উৰাজাহাজৰ বল আৰবৰ বেচি। নিয়মিত দৈনন্দিন হৈ থকা আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ বেনগুৰিয়ানে এটা আধুনিক সাজ-সৰঞ্জামেৰে সৈন্যবাহিনী গঠন কৰিবলৈ আঁচনি ল'লে। কিন্তু এই আঁচনি কাৰ্য্যকৰী কৰিবলৈ ধন ক'ত? সেই কাৰণে তেওঁলোকৰ সঙ্ঘৰ ধন ভড়ালী কেপলানৰ (Kaplan) সৈতে বেনগুৰিয়ানে আমেৰিকালৈ ধন সংগ্ৰহ কৰিবলৈ যাবলৈ সাজু হ'ল। "কেপলান আৰু মই যুক্তৰাষ্ট্ৰলৈ আমেৰিকা বাসীক আমাৰ অৱস্থাৰ ভয়াবহতাৰ বিষয়ে বুজাই দিবলৈকে যাব লাগিব" বেনগুৰিয়ানে এনেকৈ কৈ থাকোতে এটা ক্ষীণ নাৰীকণ্ঠই সেই আলোচনাত বাধা দিলে। বেনগুৰিয়ানে সাধাৰণতে

তেওঁ কৈ থাকোতে আনে তেওঁ কৈ থকাত বাধা দিলে ভাল নেপায়। কিন্তু তেওঁ এই নাৰীকণ্ঠৰ অনুভূতিক বাধা দিব নোৱাৰিলে। এই কণ্ঠস্বৰ আছিল গল্ডা মেয়াৰৰ। তেওঁ কৈছিল "আপোনালোকে ইয়াত যিবিলাক কাম কৰিছে মই তাত মোৰ কামৰে যথেষ্ট বৰঙণি দিব নোৱাৰিম। কিন্তু মোক পুঁজি সংগ্ৰহ কৰিবলৈ পঠিয়ালে সেইকাম মই কৰিব পাৰিম যেন লাগিছে"। বেনগুৰিয়ানে গল্ডাৰ কথাত বেচি গুৰুত্ব নিদিলে কিন্তু সঙ্ঘৰ আন আন সদস্যই বেনগুৰিয়ানৰ উপস্থিতি পেলেষ্টাইনত বেচি আৱশ্যকীয় হব বুলি ভাবি গল্ডাক সমৰ্থন জনোৱাত সভাৰ ছুদিন পাচতেই পিন্ধি থকা কাপোৰ জোৰেৰে মাত্ৰ এটা সৰু চুটকেচ লৈ গল্ডি আমেৰিকালৈ যাত্ৰা কৰিলে। হাতত তেওঁৰ মাত্ৰ আছিল দহ ডলাৰ। বিমান বন্দৰত তেওঁৰ অৰ্থৰ পৰিমাণ দেখি এজনে সুধিলে, "তুমি আমেৰিকাত এইখিনি মাত্ৰ ধনেৰে কেনেকৈ চলিবা?" "মোৰ আমেৰিকাত পৰিয়াল আছে" এই বুলি মাত্ৰ গল্ডি উত্তৰটো দিছিল। চিকাগোৰ এটা হোটেলত শীতৰ ঠেটুৰৈ লগা জাৰত গল্ডি থিয় হলহি আৰু তাতে যুক্তৰাষ্ট্ৰৰ আঠচল্লিশখন ৰাজ্যৰ ইহুদী গোষ্ঠিৰ প্ৰসিদ্ধ লোক-সকলৰ এখন সভা ( Council of Jewish Federation ) হৈ আছিল। ঘটনাৰ সংমিশ্ৰন দৈৱিক বুলিয়েই কব লাগিব। ডাঙৰ ডাঙৰ পুঁজিপতিসকলক গল্ডি এই সভাত আহ্বান কৰিব। ইউক্ৰেইনৰ কাঠ-মিস্ত্ৰিৰ ছোৱালী এগৰাকীৰ কাৰণে এইটো এটা মহান প্ৰত্যাহ্বান। ১৯৩৮ চনৰপৰা দহবছৰে গল্ডি আমেৰিকালৈ অহা নাছিল। আগতে ধন সংগ্ৰহ কৰিবলৈ আহোঁতে ইহুদীৰাষ্ট্ৰৰ প্ৰতি আমেৰিকাৰ ইহুদীসকল সহানু-ভূতিসম্পন্ন আছিল। কিন্তু আজি গল্ডি যি সভাত ধনৰ কাৰণে আৱেদন কৰিব সেইসকল ইহুদীৰাষ্ট্ৰৰ প্ৰতি বিৰোধ ভাবাপন্ন। আমেৰিকাৰ বন্ধুসকলে তেওঁক এই সভালৈ যাব নেলাগে বুলি কৈছিল। কিন্তু গল্ডি সভালৈ গ'ল। বাটত মাত্ৰ বৈছিল আমেৰিকাৰ জাৰ সহিবপৰা এটা গৰম কোট কিনিবলৈ। সভাৰ গুৰিধৰোঁতাই গল্ডিক সভাকক্ষলৈ আমন্ত্ৰণ জনালে। অনাড়ম্বৰ ব্যক্তিত্বেৰে মঞ্চলৈ উঠি যাওঁতে সমজুৱাৰ ছুই এজনে কৈছিল "গল্ডামেয়াৰক বাইবেলৰ নাৰীমূৰ্ত্তি যেন লাগিছে।"

গল্ডাই কৈছিল "মই আজি আমেৰিকালৈ সাতশ হেজাৰ ইহুদী পৃথিৱীৰ-পৰা নাইকিয়া হৈ যাব বুলি অহা নাই—সাতশ হেজাৰ ইহুদী আজি বিপদাপন্ন তাকেই সোঁৱৰাবলৈ আহিছোঁ। এওঁলোক নাইকিয়া হৈ গ'লে পৃথিৱীৰপৰা ইহুদীজাতি নাইকিয়া হৈ যাব। আমাৰ সকলো আশা ধূলিত মিহলি হৈ যাব ··ইহুদীৰাষ্ট্ৰ গঢ়িবৰ কাৰণে আমি যুঁজিব লাগিব আৰু আমি যুঁজিম। আমাৰ মাজৰ বাচকবনীয়া মানুহবোৰ পৰাজিত হব ই ধ্ৰুবসত্য। কিন্তু এইটো ঠিক যে আমাৰ মনোবল আমি কেতিয়াও নেহেৰুৱাও। বহুতো বন্দুক আৰু যুদ্ধ সামগ্ৰীৰে আমাক আক্ৰমণ কৰিব। আমাৰ সাহস যিমানেই বেচি থাকক লাগে এই সাহস অৰ্থহীন হব। কাৰণ আমি জীয়াই নেথাকিম। মই আমেৰিকাৰ ইহুদীসকলৰপৰা ২৫ মিলিয়ণ ডলাৰ সংগ্ৰহ কৰিবলৈ আহিছোঁ—যুদ্ধ সামগ্ৰীৰ কাৰণে আমাৰ আক্ৰমণকাৰীক প্ৰতিৰোধ কৰিবৰ কাৰণে। আমি বৰ ক্ষন্তেকীয়া বৰ্ত্তমানত আছোঁ। মই আপোনালোকক কৈছোঁ আমাক এতিয়াই ধন লাগে। অহা মাহত বা দুমাহৰ পাচত হ'লে নহব। আমাক ধন এই মূহুৰ্ত্ততে লাগে। ···· আমি আমাৰ সংগ্ৰাম চলাই থাকিম নে নেথাকিম? —এইটো কথাত আপোনালোকে সিদ্ধান্ত লব নেলাগে। আমি যুদ্ধ কৰিমেই। পেলেষ্টাইনৰ ইহুদী সমাজে জেৰুজেলামৰ মুফটিৰ ওচৰত আত্মসমৰ্পণ নকৰে। কিন্তু আপোনালোকে এটা কথা ঠিক কৰি দিব পাৰে আমাৰ জয় হব নে মুফটিৰ জয় হব।" সভাকক্ষ কঁাহপৰি জীণ গ'ল। গল্ডি তেওঁৰ অভিযান ব্যৰ্থ হ'ল বুলি ভাবিলে—মূহুৰ্ত্ততে কাণ তালমৰা হৰ্ষধ্বনিৰে সভাঘৰ জনজনাই গ'ল—লাখ লাখ ডলাৰৰ প্ৰতিশ্ৰুতিত গল্ডিৰ আনন্দাশ্ৰু বৰলৈ ধৰিলে—সেইদিনাই গধূলি গল্ডাই বেনগুৰিয়ানলৈ "২৫ ষ্টিফেন" সংগ্ৰহ কৰিছো বুলি তাৰবাৰ্ত্তা পঠিয়ালে। নিজৰ গোপন ক'ড (code) ব্যৱহাৰ কৰি তাত ২৫ মিলিয়ণ ডলাৰক ষ্টিফেন বুলি কৈছিল—ইহুদী নেতা ৰাবি ষ্টিফেনৰ নামেৰে।

চিকাগোক অভাৱনীয় ভাবে জয় কৰিবপৰা কাৰণে চিকাগোৰ

ইহুদী বন্ধুসকলে আমেৰিকাত তেওঁৰ এই পুঁজি সংগ্ৰহ অভিযান ব্যাপক ভাবে চলাবলৈ উদগণি দিলে। গল্ডাই দিনে চাৰি পাচখন সভাত নিজৰ কবলগীয়া খিনি কৈ পুঁজি সংগ্ৰহ কৰিছিল। এবাৰ মাথো গল্ডাই এখন সভাত বক্তৃতা দিওঁতে বৈ গৈছিল। সেই দিনাৰ সভাখন হৈছিল ফ্লৰিডাৰ পাম বিচত ( Palm Beach )। সভাত উপস্থিত থকা ভদ্ৰমহিলাসকলৰ সাজপোচাকৰ জাকজমকতা, তেওঁলোকৰ অলঙ্কাৰৰ জিকমিকনি, তেওঁলোকৰ গাত বহুমূলীয়া নোমৰ কোট দেখি ভোজনশালাৰ খিড়কিৰপৰা দেখি থকা সাগৰত পৰা জোনৰ প্ৰভাই হঠাতে গল্ডিৰ মনলৈ জাৰত কঁপি কঁপি থকা জুডিয়া পাহাৰৰ হাগানা সৈন্যবাহিনীৰ ছবিখনি আনি দিলে। এই দুয়োটা দৃশ্যৰ সাদৃশ্যৰ অভাৱে তেওঁৰ মনটো সেমেকা কৰিলে, চকুজুৰী চলচলীয়া হৈ উঠিল "ইয়াৰ মানুহবোৰে কিজানি পেলেষ্টাইনত হোৱা যুদ্ধ আৰু মৃত্যুৰ কথা শুনিবলৈকে নিবিচাৰিব।" কিন্তু এওঁলোকে শুনিলে ইয়াতে গল্ডাই ১॥ লাখ মিলিয়ণ ডলাৰৰ প্ৰতিশ্ৰুতি পালে এই ধনেৰে ইজৰাইলে হাগানাৰ প্ৰতিটো সৈন্যকে শীতৰ কোট এটাকে দিব পাৰিব।

যি গৰাকী নাৰীয়ে জানুৱাৰীৰ ঠেটুৰৈ লগা জাৰত হাতত মাত্ৰ দহ ডলাৰ লৈ আহি পঞ্চাশ লাখ ডলাৰ সংগ্ৰহ কৰিলে সেই গৰাকী নাৰীক আগবঢ়াবলৈ বিমান বন্দৰত বৈ আছিল ইজৰাইল ৰাষ্ট্ৰৰ হুবলগা প্ৰধানমন্ত্ৰী বেনগুৰিয়ান। বেনগুৰিয়ানে গহীন কৈ গল্ডিক কৈছিল "ইহুদী ৰাষ্ট্ৰৰ জন্ম আৰু প্ৰতিষ্ঠাৰ কাৰণে এগৰাকী ইহুদী মহিলা চিৰধন্যা হৈ থাকিব।"

ইয়াৰ পাচত গল্ডাই আৰু এটা দুঃসাহসিকতাৰ কাম কৰি চমক খুৱালে। টেন্সজৰ্ডাণৰ আব্দুল্লা আৰব ৰাজ্যসমূহৰ এজন প্ৰভাৱশালী ব্যক্তি। আৰব ৰাষ্ট্ৰৰ লগত লগ হৈ ইজৰাইল আক্ৰমণ কৰাৰপৰা আব্দুল্লাক বিৰত থাকিবলৈ ইহুদী নেতাসকলে অনুৰোধ কৰিছিল। আব্দুল্লাই আৰবসকলে ইহুদীৰাজ্য আক্ৰমণ কৰিলে তাত সহযোগ নকৰে বুলি কৈছিল। পিচত আব্দুল্লাই আৰব ৰাজ্যসমূহৰ লগত লগ

হৈ ইহুদীৰাজ্য আক্ৰমণ কৰিব বুলি জনৰৱ ওলাল। ইহুদী নেতাসকল চিন্তান্বিত হল। আব্দুল্লাৰ বৃটিছ প্ৰশিক্ষণ প্ৰাপ্ত সেনানী আৰব সৈন্যবাহিনীবিলাকৰ ভিতৰত আটাইতকৈ শ্ৰেষ্ঠ আছিল। তাৰোপৰি আৰু এটা কথা আছিল ট্ৰেন্সজৰ্ডাণ যদি যুদ্ধলিপ্ত নহয় ইৰাকী সৈন্যৰ পেলেষ্টাইন সোমাবলৈ টান হব আৰু ইহুদীৰাজ্য আক্ৰমণ কৰিবলৈ সহযোগ কৰিব নোৱাৰিব। বেনগুৰিয়ানে আব্দুল্লাক আকৌ এবাৰ যুদ্ধ লিপ্ত নহবলৈ অনুৰোধ কৰাটো সমিচীন হব বুলি ভাবিলে। আব্দুল্লাক দেখা কৰিবলৈ আমানলৈ যাব লাগিব। আব্দুল্লাই আমানলৈ যোৱা বিপদসঙ্কুল যাত্ৰাৰ দায়িত্ব লব নোৱাৰে বুলি জনালে। তথাপিও গল্ডাই এটা দিনো অবাবত নকটাই যোৱাটোকে ঠিক কৰিলে। এখন বিমানৰ কাৰণে গল্ডি ৰাতিপুৱাৰেপৰা জেৰুজেলামত ৰৈ আছিল—গধূলি সাতবজাত বিমানখন যেতিয়া আহিল তেতিয়া জোৰেৰে বতাহ ব'বলৈ ধৰিছে। বিমান বন্দৰত প্ৰবল বতাহৰ সন্মুখীন হ'লে বিপদ হব পাৰে বুলি জনাইছিল। গল্ডাই বিমানৰপৰা অৱতৰণ নকৰিলে আৰু আব্দুল্লাক দেখা কৰিবলৈ টেলআভিভলৈ যাত্ৰা কৰিলে। ৰাতিপুৱাতে গাড়ীৰে হাইফালৈ গ'ল—এজৰা ডেনিম (Ezra Denim) বুলি আৰবসকলৰ চালচলন জনা তেওঁৰ সহযাত্ৰীক তাতে লগ পালে। ডেনিমে আৰবসকলৰ শিৰ আচ্ছাদন কৰা বস্ত্ৰ পৰিধান কৰিলে। তেওঁ আৰব ভাষা জানিছিল আৰু তেওঁৰ পৰিবাৰ বুলি ছদ্মবেশ কৰি আগতে যুগুত কৰি থোৱা কলা ডাঠ বোৰ্খা পৰিধান কৰি যাত্ৰা আৰম্ভ কৰিলে। আৰব ঘৈণী হিচাবে তেওঁ একো আৰব ভাষা কবলগীয়া হোৱা নাছিল। এখনৰ পাচত এখন গাড়ী সলাই আৰু তেওঁলোকক অনুসৰণ কৰা কাৰ্য্যত বাধা দি বাৰে বাৰে যাত্ৰাপথ সলাই তেওঁলোকে নিৰ্দ্ধাৰিত ঠাই পালেহি। তাতে আগতে দিহা কৰি থোৱা মতে আব্দুল্লাৰ বিশ্বাসভাজন কটকী জনক তেওঁলোকে লগ পালে! এজৰাৰ কৰ্ম্মক্ষমতাৰ ওপৰত নিৰ্ভৰ কৰি আৰু ধৰা পৰিলে কি হব ভাবি ভয় কৰি কৰি গল্ডিয়ে এই বিপদৰে ভৰা যাত্ৰা আৰম্ভ কৰিছিল।

আব্দুল্লাৰ কটকীয়ে ডাঠ ক'লা কাপোৰেৰে আৱৰি ৰখা এখন গাড়ীত গল্ডিহঁতক তেওঁৰ ঘৰলৈ লৈ গ'ল। তেওঁলোকে আব্দুল্লাৰ কাৰণে তাত অপেক্ষা কৰি থাকিল। ৰজা আব্দুল্লা কোঠাত সোমাল। তেখেত বৰ চিন্তান্বিত হৈ আছিল। এজৰাই গল্ডি আৰু আব্দুল্লাৰ মাজত মধ্যস্থতা কৰি কথাবোৰ বুজাই দিছিল কাৰণ এজৰাই আৰবভাষা জানিছিল। আব্দুল্লাই যুদ্ধ লিপ্ত নহয় বুলি কোৱা আগৰ কথাষাৰৰ ওপৰত জোৰ দি গল্ডাই ক'লে "আপুনি আপোনাৰ প্ৰতিজ্ঞা ভঙ্গ কৰিলে নেকি? আব্দুল্লাই ক'লে "আপোনালোকে আপোনালোকৰ ৰাষ্ট্ৰঘোষণা কৰিবলৈ ইমান ততাতৈয়া কিয় কৰিছে? আপোনালোকে জানেনে এই অঞ্চলটোৰ সকলোবোৰ আপোনালোকৰ শত্ৰু কেৱল আমিয়েই মিত্ৰ।" "আমি জানো এই বিষয়ে মই একো কব নোৱাৰোঁ যদি যুদ্ধ হয় আমি জিকিম" এই বুলি গল্ডাই কৈছিল। আব্দুল্লাই এটি হুমুনিয়াহ কাঢ়ি কৈছিল "আপোনালোকে আৰু কেবছৰমান অপেক্ষা নকৰে কিয়? মই গোটেই অঞ্চলটো লৈ লওঁ। আপোনালোকৰ ৰাজ্য ফেডাৰেল ৰাজ্য হিচাবে থাকিব। আপোনালোকৰ প্ৰতিনিধি থাকিব আৰু আমি আপোনালোকক বৰ ভালকৈ ৰাখিম।"···এই আঁচনি অসম্ভৱ বুলি গল্ডাই বুজাই দিছিল। "আমি ৰাষ্ট্ৰগঠন কৰিবলৈ বহুতো ত্যাগ স্বীকাৰ কৰিছোঁ, বহুত কষ্ট কৰিছোঁ, এখন বিদেশী সংসদত প্ৰতিনিধিত্ব কৰিবলৈ এই কষ্ট স্বীকাৰ কৰা নাই। আমি কি বিচাৰিছোঁ আপুনি জানে, যদি আপোনাৰ কবলগীয়া একো নাই থাকক। যুদ্ধ লাগিলে আমি জিকিম। আকৌ আমি লগ পাম ইহুদীৰাষ্ট্ৰ গঠন হোৱাৰ পাচত। আব্দুল্লাই চিন্তাজড়িত হৈ আকৌ ক'লে "আপোনালোকে আপোনালোকৰ কৰ্তব্য কৰিব লাগিব।" গৃহস্থৰ পৰিবাৰে গল্ডাইহঁতক আহাৰ যোগালে। গল্ডাই একো খাব নোৱাৰিলে। কেৱল চিন্তা এতিয়া কি হব। যুদ্ধ লাগিলে অস্ত্ৰসস্ত্ৰেৰে সুসজ্জিত টেঙ্ক মেচিনগানৰ সহায়ত আৰৱ ৰাজ্য সমূহে যুটিয়া ভাবে এতিয়া তেওঁলোকক আক্ৰমণ কৰিব। ভৱিষ্যতৰ ভয়াবহ পৰিস্থিতিৰ কল্পনাই

গল্ডিৰ মন আৰুৰি ধৰিলে। তেতিয়া মাজনিশা—বিপদসঙ্কুল বাট এটা অতিক্রম কৰি টেলআভিভ পাবগৈ লাগিব। যিজন আৰব মটৰ চালকে ক'ৰবাত ধৰা পৰে বুলি ভয়ে ভয়ে তেওঁলোকক লৈ গৈছিল। তেওঁ নিৰ্দ্ধাৰিত ঠাইখিনি পোৱাৰ আগতেই তেওঁলোকক নমাই দিছিল। দূৰত ইৰাকী সৈন্যই যুদ্ধৰ কাৰণে কুচকাওৱাজ কৰা তেওঁলোকে দেখিছিল আৰু ভবিষ্যতে হবলগীয়া যুদ্ধৰ চিন্তাত ম্রিয়মান হৈছিল। এনেকৈ আধাঘণ্টা তেওঁলোকে একো এটা কথা নোকোৱাকৈ খোজকাঢ়ি গৈ আছে এনেতে এজন হাগানা সৈন্যই তেওঁলোকক চিনি পাই আগবঢ়াই পাহাৰৰ ওপৰে ওপৰে বাট দেখুৱাই লৈ গ'ল। সৈন্যজন তেওঁলোকৰ কাৰণেই উদ্বিগ্ন হৈ বৈ আছিল। আব্দুল্লাৰ লগত ইজৰাইল ৰাষ্ট্ৰৰ প্ৰতিনিধিৰ লগত বহুত আলোচনা পিচত হৈছিল। আব্দুল্লাই এনে এখন আলোচনাত এবাৰ কৈছিল—ইজৰাইলৰ যুদ্ধ এগৰাকী তিৰোতাৰ অহঙ্কাৰ আৰু অনমনীয় ভাবৰ কাৰণেই হৈছিল কাৰণ তেওঁ আব্দুল্লাই আগবঢ়োৱা প্ৰস্তাব মানি লবলৈ ৰাজি নহল। গল্ডাই কৈছিল "আৰব শাসকৰ ৰাজ্য এখনত সংখ্যালঘুৰ ভূমিকা নোলোৱা কাৰণে তেওঁ অনুশোচনা নকৰে।"

আব্দুল্লাৰ লগত হোৱা আলোচনাৰ ব্যৰ্থতাৰ কাৰণে বেনগুৰিয়ান চিন্তান্বিত হ'ল। ইজৰাইল ৰাষ্ট্ৰ ঘোষণা কৰিব নে নকৰে এটা সিদ্ধান্তত উপনীত হবলৈ হাগানা অনুষ্ঠানৰ মুখ্যালোক জনৰ লগত আলোচনা কৰিলে। তেওঁ কলে "আমাৰ জয় পৰাজয় দুয়োটাৰে সম্ভাৱনা আছে।" ইজৰাইল ৰাষ্ট্ৰ ঘোষণা হ'ল। জন্মমুহূৰ্ত্তৰ উৎসৱত যোগ দিবলৈ মনত অসীম ইচ্ছা থকা স্বত্বেও গল্ডি বেনগুৰিয়ানৰ আদেশত জেৰুজেলামলৈ যাবলগীয়া হৈছিল—কিন্তু বিমানখনৰ যান্ত্ৰিক বিজুতি হোৱাত তেওঁ উভটি আহি উৎসৱত যোগ দিবলৈ সক্ষম হ'ল।

উদ্বোধনী উৎসৱ এটা গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশত হৈছিল। এই উৎসৱত গল্ডাই দুবাৰকৈ নিজকে সামৰিব নোৱাৰি কান্দি উঠিছিল। ইজৰাইল ৰাষ্ট্ৰ বাস্তৱত পৰিণত হ'ল। যিবিলাক আজি এই অনুষ্ঠানত

থাকিব লাগিছিল তাৰে বহুতো নাই। তেওঁৰ দেউতাকে এই উদ্বোধনী উৎসৱ নেদেখিলে। সংগ্ৰামত বহুতে প্ৰাণ হেৰুৱালে। বহুত দিনৰ সাধনাৰ কৃতকাৰ্য্যতাত তেওঁলোকক সুঁৱৰি গল্ডাই কান্দি উঠিছিল। স্বাধীনতাৰ ঘোষণা পত্ৰত চহী কৰি মচিওঁ চাৰাটে গল্ডাক কৈছিল "আমি যেন পৰ্বত এটাৰ সুউচ্চ শৃঙ্গত এতিয়া থিয় হৈ আছোঁ। ডাঙৰ ধুমুহা আহিছে, আমি উৰি যাওঁ নেকি ভয় হয়। আমাৰ কৰিবলৈ একো হাতত নাই, কেৱল আমাৰ মনৰ দৃঢ়তা আছে। আমি তলৰ সাগৰত পৰি কেতিয়াও নোহোৱা হৈ নেযাওঁ।"

ইজৰাইল ৰাষ্ট্ৰৰ জন্ম হ'ল। জন্ম মুহূৰ্ত্তৰপৰা অৱশ্যম্ভাৰী যুদ্ধৰ প্ৰতি সজাগ হৈ থাকিবলগীয়া হৈছে। টেলআভিভৰ বিদ্যুৎ পৰিবহণ কাৰ্য্য কেন্দ্ৰত (powerstation) বোমা পেলাবলৈ আৰব সেনানী আহিছে। ইফালে হেজাৰ হেজাৰ ইহুদী ভগনীয়া বৃটিছ সৈন্যৰ হকাবধা নোপোৱাকৈ নিজৰ দেশলৈ গৌৰৱেৰে উভটি আহিছে। ইজৰাইল ৰাষ্ট্ৰক মানি ললে আমেৰিকা যুক্তৰাষ্ট্ৰই আৰু মানি ললে ছোভিয়েট ৰুচিয়াই আৰু গুৱাটি মালাই। গল্ডাই জানিছিল যে তেওঁলোক দুৰ্যোগৰ বিপদৰ মাজত আছে। ট্ৰান্সজৰ্ডানে ইজৰাইল আক্ৰমণ কৰি গোটেই ইজৰাইলখনক লব খুজিছে, লেবানন আৰু চিৰিয়াই আক্ৰমণ কৰি গেলিলি বোলা ঠাইখিনি ভগাই লব খুজিছে—ইৰাকে ভূমধ্যসাগৰলৈ যাব পৰাকৈ জৰ্ডান অধিকাৰ কৰিব খুজিছে আৰু ইজিপ্তে ইজৰাইলে গঢ়ি লোৱা সকলো বস্তু ধ্বংস কৰি দিব খুজিছে। এই বিপদৰ মাজত তেওঁলোকে কেৱল সাহস পাইছিল আমেৰিকা আৰু ৰুচিয়াৰপৰা তেওঁলোকে জনোৱা স্বীকৃতিত। তেওঁলোক পৃথিৱীত অকলশৰীয়া নহয় এয়েই তেওঁলোকৰ ভৰসা আছিল।

আমেৰিকাৰ ইহুদীসজ্ঘই ইজৰাইল ৰাষ্ট্ৰৰ জন্মক আনন্দ আৰু উৎসাহেৰে গ্ৰহণ কৰিলে আৰু অৰ্থ সংগ্ৰহ কৰিবৰ কাৰণে গল্ডাক আমন্ত্ৰণ জনালে। ইজৰাইলৰ কথা জানিবলৈ আমেৰিকাৰ ইহুদীসকল ব্যগ্ৰ। তেওঁলোকে ৰাজোচিত সন্মানেৰে গল্ডাক আদৰণি জনালে।

উত্তৰত গল্ডা মেয়াৰে কৈছিল "আপোনালোকৰ সহায় অবিহনে আমি জীয়াই থাকিব নোৱাৰোঁ। আমাৰ দায়িত্বত আপোনালোকে ভাগ লওক। আমাৰ সকলো কথা কামত, আমাৰ সঙ্কটত, আনন্দত, আমাৰ দুখ কষ্টত আপোনালোক অংশীদাৰ হওক। ইহুদীৰ জগতখনত ইমান গুৰুত্বপূর্ণ কথা হৈছে যে, আপোনালোকেও নিজৰ জীৱনধাৰা এবছৰ, দুবছৰ বা তিনিবছৰলৈকে সলনি কৰি ইজৰাইলক আত্মনির্ভৰশীল হবলৈ সহায় কৰক।"

আমেৰিকাত পুঁজিসংগ্ৰহ কৰা কামত ব্যস্ত হৈ থাকোতেই তেওঁক ইজৰাইল ৰাষ্ট্ৰৰ ৰাষ্ট্ৰদূত হিচাবে নির্ব্বাচিত কৰিছে বুলি তেওঁলৈ তাৰ-বাৰ্ত্তা আহিল। কুটনীতিৰ কামত গল্ডাই নিজকে নৰ পাৰদর্শী বুলি নেভাবিছিল সেইকাৰণে তেওঁ মস্কোলৈ যাবলৈ ইতঃস্তত কৰিছিল কিন্তু কর্তব্যৰ আহ্বানত তেওঁ মস্কোলৈ যাবলগীয়া হ'ল। যেতিয়া তেওঁৰ কন্যা চাৰা আৰু হবলগীয়া জোঁৱাই জেকেৰিয়াক তেওঁৰ লগতে মস্কোৰ দূতাবাসৰ টেলিফোন সঞ্চালকৰ কামত নিযুক্তি দিলে তেওঁৰ কবলগীয়া একো নেথাকিল। চাৰা আৰু জ্যাকেৰিয়াৰ বিয়া বায়েক শ্যেনাৰ ঘৰৰ প্ৰাঙ্গণত অনুষ্ঠিত হ'ল। নিজৰ নতুন ৰাষ্ট্ৰৰ সন্মান বজাই ৰাখিবলৈ দৃঢ় প্ৰতিজ্ঞ হৈ ৰুচিয়া যাত্ৰাৰ কাৰণে সাজু হ'ল।

গল্ডাই জানিছিল যে দুখীয়া লাখ লাখ মানুহৰ ত্যাগৰ বিনিময়ত তেওঁলোকে নিজৰ দেশ এখন পাইছে সেইকাৰণে ৰুচিয়ালৈ গৈ গল্ডাই খুব মিতব্যয়িতাৰে জাকজমকতাৰ আশ্ৰয় নোলোৱাকৈ ইজৰাইলৰ কিবাজৰ আদর্শেৰে দূতাবাস চলাব লাগিল। দূতাবাসৰ সকলোৱে কাম কৰি একেলগে খাব, সকলোৱে সমান হাতখৰচ ল'ব আৰু ৰন্ধাবঢ়াৰপৰা আৰম্ভ কৰি সকলো কাম পালপাতি কৰিব। নিজৰ দেশত যেনেদৰে মিতব্যয়ী হৈ কৃশতা অৱলম্বন কৰি চলিছিল ঠিক তেনেকৈ ৰুচিয়াত কুটনৈতিক মহলৰ উচ্চশিখৰত থাকিও গল্ডি তেনেদৰে থাকিবলৈ দৃঢ় প্ৰতিজ্ঞ।

মস্কোত ১৯৪৮ চনৰ ৩ চেপ্তেম্বৰ তাৰিখে গল্ডি ৰাষ্ট্ৰদূত হিচাবে

উপস্থিত হ'লগৈ। ল'ৰালি কালত ৰুচিয়াৰ কিভ ( Kiev ) অঞ্চলত ডাঙৰ দীঘল হৈ আকৌ ৰুচিয়ালৈকে স্বাধীন ৰাষ্ট্ৰ এখনৰ ৰাষ্ট্ৰদূত হিচাবে আহি গল্ডাৰ মনে বেগেৰে গতি লৈছিল সেই 'কিভ' বোলা ঠাইখনলৈকে—য'ত তেওঁৰ স্বাধীন ৰাষ্ট্ৰৰ সপোনে প্ৰথম গজালি মেলিছিল। গৌৰৱেৰে ৰুচিয়াত পুনৰ পদাৰ্পণ কৰি ইহুদী জনগণক লগ পাবলৈ গল্ডাৰ মন যোৱাটো নিতান্ত স্বাভাৱিক। সেইকাৰণে নিজৰ পৰিচয় পত্ৰ দি ৰাষ্ট্ৰদূতৰ শপথ গ্ৰহণ কৰি তেওঁলোকে পিছৰ শনিবাৰৰ দিনা দূতাবাসৰ সকলোকেইটি ইহুদী ধৰ্ম্মমন্দিৰলৈ গৈছিল। আৰু এদিন তেওঁলোকে গৈছিল— এই ধৰ্ম্মমন্দিৰলৈ। সেইদিনা আছিল ইহুদী নতুন বছৰৰ দিন। সেইদিনা প্ৰায় ৫০ হেজাৰ ৰুচিয়াৰ ইহুদী জনগণে গল্ডাক বেৰি ধৰিছিল "আমাৰ গল্ডা মৰমৰ গল্ডা—তুমি বহুদিন জীয়াই থাকা"—আদি মৰমৰ সম্ভাষণেৰে আবৰি ধৰিছিল। এই সম্ভাষণত অভিভূত হৈ গল্ডাই চকুপানী সামৰিব নোৱাৰিছিল। ধৰ্ম্মমন্দিৰৰ এদিনৰ এনেকুৱা প্ৰাৰ্থনা এটাতে যেতিয়া মুখ্য পুৰোহিত জনে প্ৰাৰ্থনাৰ শেষত "অহা বছৰ জেৰুজেলামত" বুলি কৈছিল তেতিয়া গল্ডাই এটা নীৰৱ প্ৰাৰ্থনা কৰিছিল। "হে ভগৱান! ৰুচিয়াৰ এই ইহুদী জনগণ যেন আমাৰ মাজলৈ সোনকালে আহিব পাৰে। কিন্তু তেতিয়া তেওঁ ভাবিব নোৱাৰিছিল যে তেওঁৰ জীৱন কালতে ৰুচিয়াৰ ইহুদী ইহুদীৰাষ্ট্ৰলৈ আহিব পাৰিব।

ৰুচিয়াৰ বাৰ্ষিক দিন উদযাপণৰ সামৰিক কুচকাৱাজত ৰুচিয়াৰ সুন্দৰ আধুনিক যুদ্ধৰ সাজসৰঞ্জাম আৰু অস্ত্ৰৰ পোহাৰ দেখি গল্ডা অভিভূত হৈ গৈছিল। গল্ডিৰ মনৰ অৱস্থা বুজিব পাৰি ৰুচিয়াৰ বৈদেশিক মন্ত্ৰী মলটোভে ভদকাৰ গিলাচ এটা আগ বঢ়াই গল্ডাক কৈছিল "এই সকলোবোৰ আমি এদিনতে গোটাবপৰা নাই—তোমালোকেও এনেদৰে গোটাব পাৰিবা।"

ৰাষ্ট্ৰদূতৰ পাচত বেনগুৰিয়ানে গল্ডিক শ্ৰমমন্ত্ৰীৰ পদ যাচিছিলে। ইজৰাইলৰপৰা আঁতৰি বিদেশত গল্ডাই নিজৰ ইচ্ছাক ৰূপ দিবপৰা

নাছিল সেই কাৰণে বেনগুৰিয়ানৰ প্ৰস্তাৱ গল্ডাই তৎক্ষণাৎ গ্ৰহণ কৰিলে আৰু ৰাষ্ট্ৰীয় উন্নতিত বেচি অৰিহণা দিব পাৰিব বুলি ভাবি আনন্দিত হ'ল।

স্বাধীনৰাষ্ট্ৰ হৈ উঠাৰ লগে লগে চিৰিয়া, লেবানন, লিবিয়া, চাইপ্ৰাচ, য়েমেন, পোলাণ্ড, জাৰ্ম্মানী, ৰুচিয়া, ইৰাক, ইৰাণ আদিত সিচঁৰিত হৈ থকা হাজাৰে হাজাৰে ইহুদী আহি ইজৰাইল ভৰি পৰিলহি। ইজৰাইলৰ জনসংখ্যা আগৰকৈ দুই-তিনিগুণ হৈ পৰিল। এই জনসংখ্যাক পুনৰ সংস্থাপন কেনেকৈ কৰিব? শিশুৰাষ্ট্ৰ এখনৰ ই এটা বিৰাট প্ৰত্যাহ্বান। শ্ৰমমন্ত্ৰী হৈ গল্ডামেয়াৰে ব্যক্তিগত ভাবে নানান সিদ্ধান্তত নিজৰ অভিমতক জয়যুক্ত কৰি লৈ যাব পাৰিছিল। এই জনসংখ্যাৰ কাৰণে এটি এটি কোঠাৰ সৰু ঘৰ কৰিবৰ কাৰণে তেওঁ সংসদত যুঁজিবলগীয়া হৈছিল। এই গৃহ নিৰ্ম্মাণ আঁচনিৰ কাৰণে তেওঁ অৰ্থ সংগ্ৰহ কৰিবৰ কাৰণে পুনৰ আমেৰিকালৈ গৈছিল আৰু কৃতকাৰ্য্যতাৰে ধন লৈ আহি আঁচনি কাৰ্য্যকৰী কৰিছিল। ইজৰাইল ৰাষ্ট্ৰ হোৱাৰ আগতেও ইহুদী অনুপ্ৰৱেশ পেলেষ্টাইনত হৈছিল। ১৯২০-২১ চনত গল্ডাইও যেতিয়া আহে তেওঁলোক আগৰণুৱা ইহুদী হিচাবে আহিছিল—দেশ গঢ়াৰ অনুপ্ৰেৰণাৰে সকলো দুখকষ্ট সহ্য কৰিবলৈ সাজু হৈ আহিছিল। ১৯৩১ চনত যি ভগনীয়াৰ সোঁত আহিছিল সেই সোঁতত আছিল কাঠমিস্ত্ৰি, কাৰিকৰ আৰু সৰু সৰু ব্যৱসায়ী। তেওঁলোকে ইজৰাইল ৰাষ্ট্ৰ গঠনত সহায় কৰিছিল। কিন্তু ১৯৪৮ চনৰ পিচৰপৰা যি ভগনীয়া আহিছিল তেওঁলোকৰ একোৱেই নাছিল তেওঁলোকে যিবিলাক ঠাইত আছিল সেই ঠাইবোৰত নিকৃষ্ট নাগৰিক হিচাবে আছিল—নিৰক্ষৰ, স্বাস্থ্যহীন, ভোকাতুৰ আৰু দুখীয়া। বিদেশত পোৱা লঘুলাঞ্ছনাৰপৰা সকাহ পাবলৈ আৰু নিজৰ দেশত মূৰ তুলি থাকিবলৈ তেওঁলোক আহিছিল। য়েমেন বোলা ঠাইৰপৰা অহা ল'ৰাছোৱালীয়ে যেতিয়া সকলো দিশৰ-পৰা এখন কিতাপকে পঢ়া দেখে গল্ডা তেতিয়া আচৰিত হয়, পিচত জানিলে কিতাপৰ অভাৱত য়েমেনৰ ইহুদী ল'ৰাই ধৰ্ম্মমন্দিৰত এখন কিতাপকে চাৰিওফালৰপৰা কেবাজনেও পঢ়ে।

এই নতুনকৈ অহা ভগনীয়াৰ সোঁতক পুনৰ সংস্থাপন কৰি তেওঁলোকক কৰিবপৰা কাম যোগাবলৈ ৰাষ্ট্ৰই চিন্তা কৰিবলগীয়া হ'ল। আলি-পদূলি নিৰ্ম্মাণ কৰা কাম গল্ডাইহঁতে হাতত ললে। ইটা এডখৰকে কঢ়িয়াব নজনা বন্দুৰাৰে আলি নিৰ্ম্মাণ, গছৰোৱা আদি নানান আঁচনি লৈ তেওঁলোক আগবাঢ়িল। এইবোৰ কাম হাতত লওঁতে তেওঁ প্ৰচুৰ প্ৰতিবাদৰ সন্মুখীন হৈছিল। গল্ডাই যি কাম হাতত লৈছিল সেই কাম একাগ্ৰতাৰে কৰিছিল। ঘৰ নিৰ্ম্মাণ কৰিবলৈ লৈ সেই ঠাই ঘনাই পৰিদৰ্শণ কৰি কামৰ অগ্ৰগতি চাইছিল। আলি-পদূলি নিৰ্ম্মাণ কৰা কাৰ্য্য যেনে ধৰণে তেওঁলোকে হাতত ললে মানুহে তেওঁলোকক বলিয়ালি কৰা বুলিহে কৈছিল। বন্দুৰা খিনি আছিল পৃথিৱীৰ অ'ত ত'ত সিঁচৰিত হৈ থকা বন্দুৰা। তেওঁলোকে এজনে আনজনৰ ভাষা বুজি নেপায়। তেওঁলোকৰ প্ৰশিক্ষণ নাই টেলআভিভ বা জেৰুজেলামৰপৰা এজন পাৰদৰ্শী আলি-পদূলি কৰা শ্ৰমিক আনি একেৰাতিতে তেওঁক দহ জন অপৈনত বন্দুৰাক পৰিদৰ্শণ কৰা কামত নিযুক্তি দিছিল—এই দহজনে আকৌ দহটা নিজৰ নিজৰ ভাষাহে কৈছিল, এওঁলোকে ইজৰাইলত থকা মাত্ৰ কেমাহমান হৈছে—কিন্তু তেওঁলোকে যেনে তেনেকৈ হলেও আলিবাট কৰিছিল আৰু এই আলিবাট বোৰক ধেমালিতে মানুহে গল্ডাৰ নাম অনুসৰি 'গল্ডেণ পাথ' বুলি কৈছিল।

কামত দেশ এৰি বাহিৰলৈ গ'লে প্ৰত্যেক মুহূৰ্ত্ততে কিজানি গল্ডাই ইজৰাইলৰ উন্নয়নমূলক কামৰ কাৰণে ধন সংগ্ৰহ কৰা কামত ব্যস্ত থাকিবলগীয়া হৈছিল। যেতিয়াই ধনৰ আৱশ্যক হয় তেতিয়াই আমেৰিকাৰ ইহুদীসঙ্ঘৰ ওচৰ চাপে। আনৰ বদান্যতাৰ ওপৰত ইজৰাইল আৰু কিমান দিন চলিব। সেইকাৰণে তেওঁলোকে ইজৰাইলৰ 'বন্দ' (Bond) উটোৱা কথাটোৰ চিন্তা কৰিলে আৰু তেওঁলোক কৃতকাৰ্য্যও হ'ল। দেশগঢ়াৰ কামত ব্যস্ত হৈ বাহিৰত থাকোঁতেই স্বামী মৰিচৰ মৃত্যু বাতৰি গল্ডাই পালে। শেষকৃত্য অনুষ্ঠানত উপস্থিত হবলৈ ততাতৈয়াকৈ বিমানেৰে আহি উপস্থিত হ'লহি। গল্ডাৰ মনলৈ

সেইসময়ত ভাব আহিছিল নিজৰ ব্যক্তিগত জীৱনৰ কথা । বিচ্ছেদৰ বছৰ কেইটা আঁতৰি থাকি গল্ডাই দেশৰ কাৰণে যি খিনি অৱদান দিছে তাৰ কাৰণে গল্ডা আৰু মৰিচে বহুতো ত্যাগ স্বীকাৰ কৰিবলগীয়া হৈছে। এইসময়ৰ কথা যেতিয়া গল্ডাই মনত পেলাই তেতিয়া গল্ডাই নিজকে কেতিয়াবা কেতিয়াবা সৌভাগ্যৱতী বুলিও নভবা নহয় ।

ৰাষ্ট্ৰৰ বহুতো কথাৰ আৰম্ভনিতে গল্ডাজড়িত হৈ আছে দেশৰ ঘটনাৰ ধাৰা সালসলনি কৰাত কিমান প্ৰভাৱ পেলাইছে তাক সুঁৱৰি গল্ডা আপ্লুত হৈ পৰে । কিন্ত চহৰৰ কাঠমিস্ত্ৰিৰ ছোৱালী এজনীৰ কাৰণে এইবোৰ কাম গৌৰবৰ মহিমাৰে মহিমান্বিত,—যদি গল্ডাই দেশখন ঠনধৰি উঠাৰ সাতোটি বছৰত তেওঁৰ অৰিহণাৰ কথা ভাবে—যিকেইটা অৱদানে তেওঁক ধন্যা কৰিছে সেই কথা ভাবে, তেন্তে শ্ৰমমন্ত্ৰী হৈ কৰা শ্ৰমিক আইনকেখনৰ কথা গল্ডাই মনত পেলাবই লাগিব। শ্ৰমমন্ত্ৰী হৈ থাকোতে তেওঁ সংসদত জাতীয় বিমান বিলখন দাঙি ধৰে। এইখন বিলে জাতীয় বিমান আইন বলবদ্ধ হোৱাত সহায় কৰিছিল । এই বিলখন ডাঙি ধৰি গল্ডাই কৈছিল—"মানুহৰ জীৱনক লাজ দিয়া দৰিদ্ৰতা কেতিয়াও সহ্য কৰিব নোৱাৰি। জননীৰ আটাইতকৈ সুখৰ সময়খিনি কেচুৱাৰ খোৱাৰ চিন্তাই জুকলা কৰিবলৈ দিব নোৱাৰি। বুঢ়া বয়সত নৰ-নাৰীয়ে যাতে দুখতে জন্মক ধিক্কাৰ দিবলগীয়া নহয় তাৰবাবেই এই প্ৰচেষ্টা" । শ্ৰমমন্ত্ৰী হিচাবে গল্ডাই ইজৰাইলৰ কাৰিকৰী শিক্ষাৰ প্ৰশিক্ষণৰ কাৰণে লোৱা আঁচনিও উল্লেখযোগ্য। হাজাৰ হাজাৰ ভগনীয়াই প্ৰশিক্ষণ লৈ খেতি পথাৰৰ খেতিয়ক, উদ্যোগৰ শ্ৰমিক, কুকুৰা-পালন, চিলাই কাম আদিৰ যোগ্যতা অৰ্জন কৰি ইজৰাইল উদ্যোগীকৰণত সহায় কৰি নিৱনুৱা সমস্যা অলপ সমাধান কৰিব পাৰিছিল। ইয়াৰ পাচত গল্ডাইঁতে হাতত লৈছিল নতুন নতুন বসতি অঞ্চল স্থাপন কৰা কাম । এখন আৰব জনসংখ্যা থকা অঞ্চলত আলি পদূলি নিৰ্ম্মাণ কৰি দি আলিবাট উদ্বোধনী উৎসৱত এগৰাকী পৰ্দ্দা পৰিহিতা আৰব মহিলাই কৱিত্ব পূৰ্ণ ভাষাৰে গল্ডাক কৈছিল—"শ্ৰমমন্ত্ৰী বিভাগে আলিবাট নিৰ্ম্মাণ কৰি আমাৰ মুনিহ-

সকলৰ ভৰিব কষ্ট লাঘৱ কৰিছে—আমি আশাকৰো শ্ৰমমন্ত্ৰীয়ে এইবাৰ পানীৰ যোগান ধৰি, পানীৰ সুব্যৱস্থা কৰি তিৰোতাসকলৰ মুৰৰ বোজা অলপ লাঘৱ কৰিব"। এবছৰৰ পাচত গল্ডাই সেই অঞ্চলত ১০০ টা পানীৰ কল খুলি সভা উদ্বোধন কৰিছিল।

১৯৫৫ চনত টেলআভিভৰ পৌৰসভাৰ নিৰ্ব্বাচনত সভাপতিৰ (Mayor) কাৰণে এজন শ্ৰমিক প্ৰাৰ্থী থিয় কৰাব খুজি বেনগুৰিয়ানে গল্ডাক প্ৰাৰ্থী হবলৈ অনুৰোধ কৰিলে। কিন্তু গল্ডাৰ নামটো তিৰোতা মানুহ বুলি ধৰ্ম্মীয় দলটোৱে আপত্তি তুলিলে। সেই সময়ত সংসদৰ অৱস্থা অলপ সঙ্কটপূৰ্ণ আছিল কাৰণে কোনোদলক তিক্ত কৰিবলৈ নিবিচাৰি গল্ডাই মেয়ৰৰ কাৰণে প্ৰাৰ্থী হব নুখুজিলে। এইসময়তে গল্ডাই বেনগুৰিয়ানৰ কথা ৰাখি নিজৰ নামটো হিব্ৰু ভাষাৰে মেয়াৰ কৰি লৈছিল। হিব্ৰু ভাষাত মেয়াৰ মানে "পোহৰ" ১৯৫৬ চনত মাপাই (Mapai) বোলা ইহুদীসঙ্ঘৰ সম্পাদিকা হিচাবে গল্ডামেয়াৰক প্ৰতিষ্ঠিত কৰিবলৈ বেনগুৰিয়ানে ভাবিছিল। সেই সময়ছোৱাত বেনগুৰিয়ান আৰু তেতিয়াৰ বৈদেশিক মন্ত্ৰী চেৰাটৰ লগত নীতিগত ভাবে মনৰ অমিল হৈছিল। মচিওঁ চেৰাটে মাপাইৰ সম্পাদকৰ দায়িত্ব লবলৈ মত প্ৰকাশ কৰাত বেনগুৰিয়ানে তৎক্ষণাৎ দলীয় অনুষ্ঠানৰ সম্পাদকৰ ভাৰ দিবলৈ ৰাজি হ'ল আৰু গল্ডামেয়াৰ বৈদেশিক মন্ত্ৰী হিচাবে নিয়োজিত হ'ল।

বৈদেশিক মন্ত্ৰী হিচাবে গল্ডামেয়াৰ চিনাই অভিযানৰ লগত সংশ্লিষ্ট আছিল। আৰবৰ "ফেডায়িণ" (Fedayeen) বোলা এটা সংঙ্ঘই ইজৰাইলৰ সীমান্তৱৰ্তী অঞ্চলত উপদ্ৰৱ আৰম্ভ কৰিছিল আৰু সেই ঠাইৰ অধিবাসীবিলাকৰ শান্তি ভঙ্গ কৰিছিল। বেনগুৰিয়ানে শান্তি ৰক্ষাৰ কাৰণে চিনাই অভিযান কৰিব লাগে বুলি ঠিক কৰি ফৰাচী-সকলৰ সহায় বিচাৰিলে আৰু আলোচনাৰ কাৰণে গল্ডামেয়াৰ ফ্ৰান্সলৈ গৈছিল। ৯ জনীয়া এটা প্ৰতিনিধিদলৰ লগত এখন ঠেনুভঙা বিমানত ৰাতি গৈ গৈ নিজৰ পৰিচয় নিদি এই দলটো ফৰাচী দেশলৈ গৈছিল। আৰু ফ্ৰান্সৰ সহায় পাইছিল। ১৯৫৬ চনৰ ২৯ অক্টোবৰৰ দিনা চিনাই

অভিযান আৰম্ভ হ'ব। এই কথাটো অতি গোপন কৰি ৰাখিছিল। নেগেভ বোলা কিবাজখনত নিজৰ ছোৱালী চাবাক দেখা কৰিবলৈ গৈ গল্ডামেয়াৰৰ মনটো বৰ গধুৰ হৈ গৈছিল—ছমহীয়া নাতিৰ লগত খেলি খেলি এই কথাই ভাবিছিল—এই ল'ৰা-ছোৱালীবিলাকৰ ভাগ্যত কি বিপৰ্য্যয় আছে কোনে জানে? গধুৰ মনেৰে ছোৱালীৰপৰা বিদায় লৈ গাড়ীত উঠিবলৈ যাওঁতে এটি ডেকা লৰাই গল্ডাক প্ৰশ্ন কৰিলে আমি সুৰক্ষা গাঁত (Trench) খান্দিম নেকি? তাৰ মানে তেওঁলোকৰ গোপনীয়তা মানুহে অলপ বুজ লৈছে। "মই যদি তুমি হলোঁহেতেন খান্দিলোহেঁতেন"—এই বুলি কৈ গল্ডা গাড়ীত উঠি গুচি গ'ল। যি গোপন কথাই দেশৰ লাখ লাখ মানুহৰ জীৱনত ৰেখা পাত কৰিব, যি গোপন কথাই দেশৰ ভবিষ্যত নিৰ্দ্ধাৰণ কৰিব সেই কথা গোপনে ৰাখিবলৈ অতিমানবীয় প্ৰচেষ্টাৰ আৱশ্যক। ৰাতিপুৱা বাতৰি কাকতখন দিবলৈ অহা ল'ৰাজন দেখি, কামকৰা মিস্ত্ৰিবোৰ দেখি, বাটত খেলিফুৰা ল'ৰা-ছোৱালীৰ দল দেখি গল্ডাৰ মনটো ভাবে জুমুৰি দি উঠে। কিমান দিন বাৰু ল'ৰা-ছোৱালী আৰু নাতিপুতিৰ কথা চিন্তাকৰি, যুদ্ধ কৰি, যুদ্ধত নাশ হৈ, আনক নাশ কৰি জীয়াই থাকিব? কিন্তু আগন্তুক বিপদৰ কথা গল্ডাই কাকো জনাব নোৱাৰে।

পৰিকল্পনা মতে ঠিক ২৯ অক্টোবৰৰ দিনা চিনাই অভিযান আৰম্ভ হ'ল। "ফেডায়িণ" (Fedayeen) সকলৰ উপদ্ৰৱৰপৰা হাত সাৰিবলৈ আৰু ইজৰাইলক যে ধ্বংস কৰিব নোৱাৰি এই কথা প্ৰতিপন্ন কৰিবলৈকে এই অভিযান। জয় অৱশ্যম্ভাৱী বুলি নিশ্চিন্ত হৈ ইজৰাইলে এই অভিযান আৰম্ভ কৰিছিল আৰু জয়ী হৈ আৰব সৈন্যক গাজা অঞ্চলৰপৰা বিতাৰিত কৰি পঠিয়াব পাৰিছিল।

চিনাই অভিযানত জয় লাভ কৰি ইজৰাইল ৰাষ্ট্ৰসংঘৰ বিৰাগভাজন হ'ল। ইজৰাইলক আক্ৰমনকাৰী বুলি দোষাৰোপ কৰিলে। ৰাষ্ট্ৰসঙ্ঘত এই প্ৰসঙ্গ উঠাত ইজিপ্তৰ প্ৰতিনিধিয়ে কৈছিল "পৃথিৱীৰ বৃহৎসংখ্যক মানুহৰ লগতে ইজিপ্তে কয় আৰু সদায়

কৈয়েই থাকিব যে প্ৰত্যেক দেশত মানুহে নিজৰ ভালৰ কাৰণেই সম্ভাৱ আৰু ভাতৃত্বৰ বান্ধোনেৰে আধুনিক বিজ্ঞানৰ সহায়লৈ মানৱ সেৱাত জড়িত হৈ সম্মানজনক আৰু উৎপাদনক্ষম জীৱন ধাৰণ কৰি চলিব পাৰে।"

ইয়াৰ উত্তৰত গল্ডামেয়াৰে কৈছিল "এই উক্তিত আমি একমত। মধ্যপ্ৰাচ্যৰ দেশবোৰক উন্নয়ণমুখী দেশবুলি ঠিকেই কোৱা হৈছে। দেশৰ বেমাৰ আজাৰ, নিৰক্ষৰতা, অনুন্নত ভূমি মৰুভূমিয়ে উন্নয়ণৰ কাৰণে কাৰিকৰী হাত, অৰ্থসাহাৰ্য্য আৰু প্ৰযুক্তি বিজ্ঞানৰ সহায় বৰকৈ বিচাৰিছে। যুদ্ধৰ উৰাজাহাজবোৰ আমি পানীৰ নল, হালবোৱা ট্ৰেক্টৰ আদিলৈ পৰিণত কৰিব নোৱাৰোনে? বন্দুক খাৰবাৰুদৰ সলনি আমি পঢ়াশালি চিকিৎসালয় স্থাপন কৰিব নোৱাৰোনে? যুদ্ধৰ সা-সামগ্ৰীত খৰচ কৰা লাখ লাখ টকা গঠন মূলক কামত নিয়োজিত কৰিব নিশ্চয় পাৰি।"

এই কৈ গল্ডামেয়াৰ নিজৰ আসনত বহিল। সভাকক্ষ নিমাত নিস্পন্দ—হাতচাপৰি কাৰো নাই। অলপ দূৰৰ আসনত বহা হলেণ্ডৰ প্ৰতিনিধিয়ে মাত্ৰ প্ৰশংসা সূচক বাণীৰে গল্ডাক অভিনন্দিত কৰিলে। ইজৰাইলৰ জন্ম হৈছিল ৰাষ্ট্ৰসঙ্ঘৰ অধিবেশনত আৰু ইজৰাইল জীয়াই থাকিবলৈও ৰাষ্ট্ৰসঙ্ঘত বাৰে বাৰে নিজৰ অস্তিত্বৰ কথা বুজাই থাকিব-লগীয়া হৈছিল। এখন বিশ্বযুদ্ধৰ পাতনি হব বুলি ভয় কৰি ডাঙৰ ডাঙৰ ৰাষ্ট্ৰ বিলাকে ইজৰাইলক শান্ত হবলৈ কৈছিল। চিনাই অভিযানত জয়লাভ কৰি লোৱা গাজা অঞ্চলৰপৰা ইজৰাইলক আঁতৰি আহিবলৈ কৈছিল। কিন্তু গল্ডামেয়াৰে কৈছিল—বুজাইছিল যে এই অঞ্চলৰপৰা আতৰি আহিলেই মধ্যপ্ৰাচ্যৰ সমস্যা সমাধান নহয়। ইজৰাইলক ধ্বংস কৰিবলৈ লোৱা প্ৰচেষ্টা যবে পৰাই হওক লাগে সেই প্ৰচেষ্টাক বাধা দিব লাগিব।

বৈদেশিক মন্ত্ৰী হিচাবে গল্ডামেয়াৰ কেবাবাৰো ৰাষ্ট্ৰসংঘলৈ যাব-লগীয়া হৈছিল—আৰু প্ৰত্যেক বাৰেই ব্যক্তিগতভাবে আৰৱ নেতা-সকলক লগ ধৰিবলৈ চেষ্টা কৰি মুখ্য দেশবোৰৰ নেতাসকলক দেখা

কৰি কথা হৈ আৰব ইজৰাইলৰ দীঘবছৰে হৈ থকা অশান্তিময় পৰিস্থিতিৰ অৱসানৰ কাৰণে চেষ্টা কৰিছিল।

আমেৰিকাৰ ৰাষ্ট্ৰপতি কেনেডী সংসদী সদস্য হৈ থাকোতে গল্ডা-মেয়াৰৰ লগত আলোচনা কৰি সহানুভূতিৰে গল্ডাৰ কথাবোৰ শুনিছিল-সেই ৰাষ্ট্ৰপতি কেনেডীৰ মৃত্যুৰ সমাধি উৎসৱত আন আন ৰাষ্ট্ৰৰ লগতে ইজৰাইলক প্ৰতিনিধিত্ব কৰিছিল গল্ডামেয়াৰে। সেই উপলক্ষে হোৱা নৈশ ভোজনত গল্ডামেয়াৰে দূৰৈত দেখিছিল ফ্ৰান্সৰ সভাপতি ডিগলক। ডিগলে মানুহৰ মাজৰপৰা লাহে লাহে আগুৱাই আহিছে। সকলোৰে চকু তেতিয়া ডিগলৰ ওপৰত। ফ্ৰান্সৰ সভাপতি কলৈ যায়? তেখেতে নিজে কেতিয়াও কাৰো ওচৰলৈ নেযায়—তেওঁৰ কাষলৈ সকলো আহে। সকলোকে আচৰিত কৰি ফ্ৰান্স সভাপতি গল্ডামেয়াৰৰ কাষত উপস্থিত হলহি। গল্ডামেয়াৰক ডিগলে শ্ৰদ্ধা কৰে—আৰু মানুহগৰাকীৰ অপৰিসীম কাৰ্য্যক্ষমতাৰ ওপৰত তেখেতৰ শ্ৰদ্ধা আছে। ডিগলে কেতিয়াও ইংৰাজীতে কথা নকয়। গল্ডামেয়াৰৰ ওচৰত তেওঁ আহি ইংৰাজীতে কৈছিল "মই আপোনাক এই শোকাকুল পৰিস্থিতিতো লগ পাই বৰ ভাল পাইছোঁ বুলি মৃদুৰ্দোৱাই সন্মান দেখুৱাইছিল। কিন্তু ১৯৬৭ চনত ডিগলে গল্ডা প্ৰমুখ্যে ইজৰাইলৰ নেতৃস্থানীয় লোকসকলক যি কৈছিল সেইমতে তেওঁলোকে কাম কৰা নাছিল। ডিগলে কৈছিল "আপোনালোকৰ যদি সচাকৈয়ে বিপদ আছে আপোনালোকে আমাক নিৰ্ভৰ কৰিব পাৰে। কিন্তু আপোনালোকে খৰখেদাকৈ কাম কৰিলে আপোনালোক ধ্বংস হৈ যাব আৰু গোটেই পৃথিৱীলৈ দুৰ্য্যোগ আনিব।" কিন্তু ইজৰাইলে ডিগলৰ কথা নুশুনিলে আৰু তেতিয়াৰ-পৰা ইজৰাইলৰ লগত ফ্ৰান্সৰ ভাল সম্বন্ধ নোহোৱা হৈছিল। ১৯৬১ চনত যিজন ডিগলে ইজৰাইলৰ ভালৰ কাৰণে ভাবিছিল সেইজন ডিগলেই ১৯৬৭ চনত কৈছিল "ইজৰাইলীসকল ভীষণ আত্মবিশ্বাসী, আৰু আনক তলত ৰাখিব খোজা জাতি।"

বৈদেশিক মন্ত্ৰীহিচাবে গল্ডামেয়াৰে ওচৰৰ উন্নয়নমূখী দেশবোৰক

লগত বন্ধুত্বস্থাপন কৰিবলৈ যত্নপৰ হৈছিল। আফ্ৰিকা, লেটিন আমেৰিকা আৰু এচিয়াৰ বিশেষকৈ ব্ৰহ্মদেশ, জাপান, আদিৰ লগত হোৱা কূটনৈতিক সম্বন্ধই তেওঁৰ জীৱনলৈ এটা নতুন অধ্যায়ৰ সূচনা কৰিছিল। এইবোৰ ঠাই তেওঁ বহুবাৰ ভ্ৰমণ কৰিছিল—বহুত নজনা কথা জানিছিল আৰু বহুতো নেদেখা বস্তু দেখিছিল। আফ্ৰিকাৰ নতুনকৈ স্বাধীন হৈ উঠা ৰাষ্ট্ৰ বিলাকত কাৰিকৰী সাহায্য দিছিল—এই ৰাষ্ট্ৰ বিলাকৰ নানা প্ৰকল্পত হাজাৰ হাজাৰ ইজৰাইল বিশেষজ্ঞই সহযোগ কৰি সহায় কৰিছিল। পিছত আফ্ৰিকাৰ দেশসমূহে ইজৰাইলক সমৰ্থন নজনোৱাত দেশৰ বহুতে ধনৰ অপব্যৱহাৰ আৰু বৈদেশিক নীতি বিফল হৈছে বুলি অভিযোগ কৰিছিল। কিন্তু গল্ডাই ভাবিছিল যে, উন্নয়ণমূখী দেশবোৰে একেলগে হাতমিলাই কাম কৰিলেহে নিজৰ অৱস্থাৰ উন্নতি কৰিব পাৰিব। আফ্ৰিকানীতিৰ বিফলতাত গল্ডা হতাশ হোৱা নাছিল—তেওঁৰ আদৰ্শক ৰূপায়িত কৰিব খোজা তেওঁৰ অলপ প্ৰয়াসে তেওঁক সদায় অনুপ্ৰাণিত কৰিব।

সুদূৰ প্ৰাচ্যৰ ব্ৰহ্মদেশ, ম্যানিলা, হংকং, কাম্বোডিয়া, জাপান আদি ভ্ৰমণ কৰি তেওঁৰ অভিজ্ঞতাৰ ভড়াল চহকী হৈছিল—ব্ৰহ্মদেশে ইজৰাইলৰ সমবায় পদ্ধতিৰে থকা নিয়মৰ প্ৰশিক্ষণ লবলৈ ইজৰাইললৈ শিক্ষাৰ্থী পঠিয়াইছিল।

এইসময়ত গল্ডিৰ বয়স হৈছিলগৈ পয়ষষ্ঠিবছৰ। বৰকৈ ভ্ৰমণ কৰিবলগীয়া হোৱাত স্বাস্থ্য ভাঙি পৰিছিল—আৰু জিৰণিৰ প্ৰয়োজনীয়তা বৰকৈ অনুভৱ কৰিছিল। এই একেসময়তে ইজৰাইলত অৰ্থনৈতিক সঙ্কটে দেখা দিছিল—তাৰোপৰি দলীয় ৰাজনীতিত অলপ কেৰোণে দেখা দিছিল। গল্ডাই মন্ত্ৰীৰ পদত্যাগ কৰিবৰ কাৰণে গভীৰভাৱে চিন্তা কৰিছিল। উপপ্ৰধান মন্ত্ৰীৰ পদ তেওঁলৈ যচা হৈছিল কিন্তু গল্ডাই সম্পূৰ্ণভাৱে নাতি নাতিনীলৈ "আইতাৰ" দৰে থাকিবলৈ বেচি ভাল পালে। নিজে ভালপোৱা কিতাপ এখন লৈ আৰামেৰে পঢ়িবপৰা কথাটোৱে তেওঁক বেচি আকৰ্ষণ কৰিলে—বহুত দিনলৈ আৰু গল্ডাৰ বিমান বন্দৰত উঠি নামিফুৰিবলৈ ইচ্ছা নোহোৱা হৈ গৈছিল।

নিজৰ অৱসৰ জীৱনটো সংগঠন কৰি লবলৈ গল্ডাৰ কেবামাহো লাগিছিল। সময়বোৰ নিজৰ সময় বুলি ভাবি—ৰাজহুৱা পৰিবহন ব্যৱহাৰ কৰি, নিজৰ ইচ্ছা অনুসৰি দোকান বজাৰ কৰি স্বাধীন ভাবে জীৱনটো অতিবাহিত কৰি দিবলৈ গল্ডাই ভালেই পাইছিল আৰু অসীম সুখ আৰু শান্তি অনুভৱ কৰিছিল। কেতিয়াবা কেতিয়াবা বাছৰ কৰ্ম্ম-চাৰীয়ে গল্ডাক দেশৰ নেত্ৰী হিচাবে ঘৰৰ সন্মুখতে নমাই দিয়ে, কেতিয়াবা কোনোবাই বজাৰৰ টোপোলাবোৰ কঢ়িয়াবলৈ নিদি মানুহে তেওঁক নিজে সহায় কৰিবলৈ আগবাঢ়ি আহে। কিন্তু গল্ডাৰ এই শান্তিময় জীৱন অতি ক্ষনস্থায়ী হল। সেই সময়ত শ্ৰমিক আন্দোলনত কেবাটাও দল উপদল হৈ দলীয় বিভাজন হবলৈ আৰম্ভ হৈছিল। এই দলবোৰৰ মাজত সাঁকো হৈ দলক একত্ৰীকৰণৰ কামটো সমাধা কৰিবলৈ গল্ডালৈ আহ্বান আহিল। মাপাই বোলা শ্ৰমিক আন্দোলনৰ সাধাৰণ সম্পাদিকাৰ কামটো সাময়িক ভাবে হলেও লবৰ কাৰণে গল্ডাক দলে অনুৰোধ কৰাত গল্ডা দায়িত্ব লবলৈ পুনৰ আহিবলগীয়া হ'ল। ইজৰাইলৰ তিনিটা শ্ৰমিক দল এটা নাম লৈ একত্ৰিত হ'ল। এইকাম শেষ কৰি তেওঁ অকৌ অৱসৰ জীৱনলৈ যাবলৈ সাজু হ'ল। কিন্তু ইজৰাইলৰ প্ৰধানমন্ত্ৰী লেভি এস্কলৰ আকস্মিক মৃত্যুয়ে দেশৰ প্ৰধান-মন্ত্ৰীৰ দায়িত্ব লবৰ কাৰণে গল্ডালৈ অনুৰোধ আহিল। গল্ডা এতিয়া ৭০ বছৰীয়া। নিজৰ শাৰিৰীক অৱস্থাৰ দোহাই দিও তেওঁ এই দায়িত্ব এৰাব নোৱাৰিলে। শ্ৰমিক দলৰ মূল কমিটিখনে প্ৰধানমন্ত্ৰী পদৰ কাৰণে গল্ডামেয়াৰৰ নাম মনোনীত কৰাত ৭০টা সপক্ষে ভোট লৈ ইজৰাইলৰ প্ৰধানমন্ত্ৰী নিৰ্ব্বাচিত হ'ল। বিপক্ষে ভোট কোনেও দিয়া নাছিল। ফলাফল ঘোষণা হোৱাত গল্ডামেয়াৰে মুখখন ঢাকি কান্দি পেলাইছিল। প্ৰধানমন্ত্ৰী হ'ম বুলি তেওঁ কেতিয়াও সপোন দেখা নাছিল। পেলেষ্টাইনলৈ আহি শ্ৰমিক দলৰ সক্ৰিয় সভ্য হৈ তেওঁ কেৱল দেশ গঢ়াৰ সপোন দেখিছিল। এতিয়া তেওঁৰ প্ৰতিটো সিদ্ধান্তই দেশৰ লাখ লাখ মানুহৰ জীৱনত প্ৰভাৱ পেলাব। এই চিন্তাৰ কাৰণে তেওঁ কঢ়িয়াৰ

কিন্তু চহৰত আৰম্ভ হোৱা জীৱন পথৰ পাৰ হৈ যোৱা দিনবোৰৰ স্মৃতি ৰোমন্থন কৰা যেন সাময়িক ভাৱে স্থগিত ৰাখিলে।

গল্ডামেয়াৰ প্ৰধানমন্ত্ৰী হৈ থকা কালছোৱাৰ আৰম্ভণিতে চলি আছিল এখন যুদ্ধ আৰু শেষতো হৈছিল "য়ুম কিপুৰ যুদ্ধ" বুলি জনাজাত আন এখন যুদ্ধৰে। প্ৰধানমন্ত্ৰী হৈ সেয়েহে ভেখৈতে সামৰিক সচিব জনকে পোনপ্ৰথমে কৈছিল যে, যুদ্ধৰ বাতৰি যেতিয়াই আছে তেতিয়াই যেন তেওঁক জনোৱা হয়। যদি মাজৰাতি কিবা বাতৰি আছে তেতিয়াও একো সংকোচ নকৰি যুদ্ধৰ বাতৰি জনাই যেন। "আমাৰ সৈন্য বাহিনীৰ ল'ৰাবোৰ কেনে আছে মই জানিব লাগে"। গল্ডাই আহত বা নিহত শব্দ কেইটা ব্যৱহাৰ কৰিবলৈ বেয়া পাই তেনেদৰে কৈছিল। সামৰিক সচিবজনে কৈছিল "ৰাতি তিনিটা বজাত নিশ্চয় আপুনি একো বাতৰি নিবিচাৰে কাৰণ যদি কিবা বিপদ বা বিঘিনি হৈছে আপুনি একো কৰিব নোৱাৰে।" তথাপিও গল্ডাই বাতৰি বিচাৰিছিল—তেওঁৰ সৈন্যবিলাক যুদ্ধ ক্ষেত্ৰত মৰণাপন্ন হৈ থাকোতে বিচনাত শুই থকা কথাটো তেওঁ কল্পনা কৰিব নোৱাৰে কাৰণে সচিবজনক তেওঁৰ কথা শুনিবলৈ বাধ্য কৰিছিল। কেতিয়াবা অশুভ বাতৰি আহিলে ৰাতি অকলে অকলে প্ৰধানমন্ত্ৰীৰ বিৰাট কক্ষত খোজকাঢ়ি খোজকাঢ়ি বিপদৰ বিশদ বাতৰিলৈ অপেক্ষা কৰাৰ কথা তেওঁৰ মনত সদায় থাকিব। কেতিয়াবা শৰীৰ ৰক্ষী প্ৰহৰীজনে ৰাতি চাৰি বজাত ৰান্ধনিঘৰৰ লাইটটো জ্বলি উঠিলে তেওঁ ভালে আছেনে নাই জানিবৰ কাৰণে ভুমুকিয়াই চাই আৰু গল্ডাই তেতিয়া দুয়োজনৰ কাৰণে কফি কৰে আৰু কথা পাতে চুয়েজখালৰ ওচৰত বা উত্তৰাঞ্চলত হোৱা ঘটনাৱলীৰ কথা পাতে আৰু অলপ টোপনিৰ ভাব আহিলে শুবলৈ গল্ডা যায়।

এইসময়ত ইজৰাইলৰ অৱস্থা বৰ সঙ্কটপূৰ্ণ হৈছিল। তেওঁলোকৰ সংসদৰ মেনাচেম বেগিন আদি কৰি 'গহল' বোলা দলটোত থকা সদস্য সকলে যুদ্ধ বিৰতিৰ কথা মানি ললেও যুদ্ধবিৰতি সীমা ৰেখাকপৰা আঁতৰি আহিবলৈ দিয়া প্ৰস্তাবটো মানি লবলৈ অসন্মতি জনাইছিল। কিন্তু

সময় সলনি হৈছে। নিজৰ মতটোতে আকোৰগোঁজ কৈ লাগি থাকিলে বিশ্বৰ শক্তি সমূহৰপৰা তেওঁলোকে সহায় নেপাব। কচিয়াই দেখা দেখিকৈ আৰব ৰাষ্ট্ৰক সহায় কৰিছে। ইজৰাইলৰ কেৱল আমেৰিকাৰ ওপৰতে ভৰষা। আমেৰিকাই মধ্যপ্ৰাচ্যৰ সামৰিক শক্তিৰ সমতা ৰক্ষা কৰাৰ নীতি অনুসৰণ কৰি আছে। গল্ডাই এই সঙ্কটৰ সময়ত নিজে গৈ আমেৰিকাৰ ৰাষ্ট্ৰপতি নিক্সণক লগ ধৰিবলৈ ঠিক কৰিলে। গল্ডামেয়াৰ আমেৰিকালৈ যাত্ৰা কৰিলে আৰু নিক্সণৰপৰা তেওঁলোকে ২৫ খন ফেণ্টম, ৮০ খন স্কাইহক বিমান আৰু ঋণ হিচাবে কম সুদত ২০০ লাখ ডলাৰৰ প্ৰতিশ্ৰুতি পালে।

আমেৰিকাৰ ফিলাডেলফিয়া বিমান বন্দৰত ইজৰাইলৰ প্ৰধানমন্ত্ৰী গল্ডামেয়াৰে যেতিয়া অৱতৰণ কৰিছিল প্ৰায় ত্ৰিশ হেজাৰ ইহুদীজনগণ তেওঁক আগবঢ়াবলৈ বৈ আছিল। সেই জনতাক সম্বোধন কৰি দুষাৰ কথা কওঁতে জনতাৰ হৰ্ষধ্বনিৰে বিমান বন্দৰ মুখৰিত হৈ উঠিছিল। এজনে তেতিয়া গল্ডাক কৈছিল "মানুহৰ টেলিফোনৰ নম্বৰ থকা কিতাপখনৰ-পৰা কেৱল নামকেইটা কৈ থাকিলেও তুমি একেধৰণৰে হৰ্ষধ্বনি শুনিলাহেঁতেন"। গল্ডাৰ কাৰণে আয়োজন কৰা চৰকাৰী সম্বৰ্ধনাত সামৰিক বাহিনীৰ অভিবাদন লোৱা অনুষ্ঠানটোত গল্ডাৰ চকুচলচলীয়া হৈছিল। ৰাষ্ট্ৰপতি নিক্সণ আৰু তেওঁ ওখ মঞ্চত উঠি অভিবাদন লৈছে—ইজৰাইল আৰু আমেৰিকাৰ জাতীয় সঙ্গীতৰ সুৰ বাজিছে—এই পৰিবেশত তেওঁ তেওঁৰ দেশৰ ৰণাঙ্গণত থকা সৈন্যবিলাকলৈ মনত পৰিছিল। এই সৈন্যসকলে ইজৰাইল ৰাষ্ট্ৰৰ প্ৰতি প্ৰদৰ্শণ কৰা এই সন্মান দেখা হ'লে কিমান ভাল পালেহেঁতেন। এই ভাৱৰাশিয়ে গল্ডাক অলপ বিচলিত কৰিছিল। আন আন ৰাষ্ট্ৰ বিলাকে এই সন্মান তেওঁলোকৰ প্ৰাপ্য বুলি ভাবে কিন্তু গল্ডামেয়াৰৰ ইজৰাইলে নিজৰ অস্তিত্বৰ কাৰণে যুঁজি আছে সেই কাৰণে তেওঁলোকৰ কাৰণে এই সন্মান প্ৰদৰ্শণৰ এটা বিশেষ অৰ্থ আছে।

আমেৰিকাৰ নেচনেল প্ৰেচক্লাবৰ অভিজ্ঞ বিচক্ষণ সাংবাদিকসকলৰ

লগত হোৱা সাক্ষাৎকাৰত গল্ডাৰ বোলে নিজকে মল্লযুদ্ধ কৰিবলৈ যোৱা মানুহৰ দৰে লাগিছিল। তেওঁলোকে যি সুধিছিল তাৰ উত্তৰ তেওঁ চমুকৈ দিছিল। তেওঁলোকৰ দুটা প্ৰশ্ন আৰু তেওঁ দিয়া তাৰ উত্তৰ তেওঁৰ সদায় মনত থাকিব। গল্ডাক সাংবাদিক সকলে সুধিছিল—"আপোনালোকৰ অস্তিত্ব ৰক্ষা টান হৈ পৰিলে পাৰমাণৱিক বোমা ব্যৱহাৰ কৰিব নেকি?" গল্ডাই উত্তৰত ঘপকৈ কৈছিল "আমি সচৰাচৰ ব্যৱহাৰ হোৱা অস্ত্ৰসস্ত্ৰ ব্যৱহাৰ কৰিব নজনা নহয়।" এই উত্তৰ শুনি হাঁহিৰ ৰোল উঠিছিল আৰু তেওঁক শলাগিছিল। তাৰ পাচত এজনে সুধিছিল "আপোনাৰ নাতিয়ে কৈছে আপুনি বোলে মাছৰ পুৰ ভৰাই বৰ সোৱাদ লগা ব্যঞ্জন এবিধ কৰে—ৰন্ধনপ্ৰণালীটো আমাক জনাবনে?" "এইবাৰ আমেৰিকালৈ আহিবলগীয়া হ'লে মই তিনিদিন আগতে আহিম আৰু আপোনালোকক সেই ব্যঞ্জন আগতকৈ ভালকৈ ৰান্ধি পৰিবেশন কৰিম।" আকৌ হাঁহিৰ খলকণি।

১৯৭৩ চনত গল্ডামেয়াৰৰ বয়স ৭৫ বছৰ হৈছিল। সেই বয়সতো তেওঁ যি দৰে কাম কৰিছিল ভাবিলে আচৰিত লাগে। প্ৰায় ৰাতি দুইবজাত শুবলৈ যায়। এই বয়সত এই খাটনি কৰিলে মানুহে বলিয়ালি কৰাহে বুলি কব। দেশ বিদেশৰ মানুহ তেওঁক দেখা কৰিবলৈ আহে—দেশ বিদেশৰ মানুহক তেওঁ দেখা কৰিবলৈ যায়। বিবিধ স্মাৰকপত্ৰ আৱেদন লৈ তেওঁৰ ওচৰলৈ মানুহ আহে—এইবিলাক কামত বেচি মন দিবলগীয়া হ'লে ৰাতি ফাইলৰ কাম বেচিকৈ কৰিব লগীয়া হয়। কেতিয়াবা কেতিয়াবাহে অফিচৰপৰা সোনকালে আহি ঘৰত সহায় কৰিবলৈ অহা মানুহগৰাকীয়ে ৰান্ধি থোৱা আহাৰখিনি খায় অলপ জিৰণি লয়। তেওঁৰ অকলশৰীয়া পৰিবেশত লগ দিবলৈ শেষৰ পিনে ভনীয়েক প্ৰায় আহি লগত আছিল।

প্ৰধানমন্ত্ৰী হৈ থকা সময়ত হোৱা "ইয়ুম কুপৰ যুদ্ধ" গল্ডাৰ জীৱনৰ উল্লেখযোগ্য ঘটনা। এই যুদ্ধত ইজৰাইলৰ প্ৰথমে হাৰো হাৰো অৱস্থা—২৫০০ জন ইজৰাইল সৈন্য নিহত হ'ল। এই যুদ্ধ গল্ডামেয়াৰৰ জীৱনত

বিভীষিকা যেন হৈছিল। "ইয়ুম কুপৰ" বোলা দিনটো ইহুদীবিলাকৰ পৱিত্ৰ দিন। তেওঁলোকে ব্ৰত উপবাস আদি নানা নিয়মৰে এই দিনটো প্ৰাৰ্থনা কৰি কটায়। ইজৰাইলৰ সকলো কাম-কাজ বজাৰ-সমাৰ সেইদিনা বন্ধ হৈ থাকে। আৰব ৰাষ্ট্ৰই যুদ্ধ প্ৰস্তুতি চলাই আছে বুলি তেওঁলোকে গম পাইছে। কিন্তু চোৰাংচোৱা আৰু সামৰিক বিভাগে আসন্ন বিপদ নাই বুলি ভাবি ৰণপ্ৰস্তুতি অলপ শিথিল কৰিছিল। চিৰিয়াৰপৰা ৰুচিয়াৰ উপদেষ্টাৰ পৰিয়াল চিৰিয়া এৰি ৰুচিয়ালৈ গৈছে বুলি এটা বাতৰি ওলাইছিল। এই বাতৰি পাই গল্ডাৰ মনলৈ যুদ্ধ সমাগত বুলি সন্দেহৰ ভাব এটা আহিছিল। সেইকাৰণে তেওঁ সৈন্যবাহিনীৰ দায়িত্বত থকা লোকসকলৰ লগত তৎক্ষণাৎ আলোচনা কৰিছিল। মচে ডয়েন ডেভিদ এলাজাৰ আদি সৈন্যবাহিনীৰ বিশিষ্ট নায়কসকলক গল্ডামেয়াৰে সংৰক্ষিত সৈন্যবাহিনীক আহ্বান কৰিবলৈ অভিমত দিছিল। কিন্তু সামৰিক কৰ্তৃপক্ষই বিপদৰ আগজাননীৰ উমান নেপাই বুলৰ কাৰণে সম্পূৰ্ণ ভাবে প্ৰস্তুত নহৈছিল। শেষ মুহূৰ্ত্তত আমেৰিকাৰ সহায় আহি নোপোৱা হ'লে ইজৰাইলৰ অস্তিত্ব কিজানি নেথাকিলহেতেন।

ইয়ুম কুপৰ যুদ্ধত ইজৰাইল জয়ী হ'ল। কিন্তু যুদ্ধৰ পাচত গল্ডামেয়াৰৰ মন্ত্ৰীসভাই ৰাইজৰ কটুসমালোচনা শুনিবলগীয়া হৈছিল। ম'চে ডয়েনে বাৰে বাৰে গল্ডামেয়াৰৰ ওচৰত পদত্যাগ পত্ৰ নিবেদন কৰিছিল—আৰু গল্ডামেয়াৰে ডয়েনৰ পদত্যাগ পত্ৰ প্ৰথমতে গ্ৰহণ কৰা নাছিল। ইজৰাইলৰ ৰণ প্ৰস্তুতিৰ শিথিলতা অনুসন্ধান কৰিবলৈ এটা কমিটি নিয়োগ হৈছিল—এই কমিটিয়ে গল্ডামেয়াৰক দোষমুক্ত কৰিছে। "গল্ডামেয়াৰে নিজৰ মনৰ সঙ্কেটেৰে সংৰক্ষিত সৈন্যবাহিনী আহ্বান কৰিব খুজিছিল বুলি।" কিন্তু গল্ডামেয়াৰে তেওঁৰ মনৰ ইঙ্গিতেৰে কাম নকৰিলে কাৰণে সদায় অনুশোচনা কৰে। সেইকাৰণে "ইয়ুম কুপৰ" যুদ্ধই গল্ডাৰ মনত দুখৰ দ সাঁচ বহুৱাই থৈ গৈছে।

যুদ্ধৰ পাচত গল্ডামেয়াৰে আৰু প্ৰধানমন্ত্ৰীৰ দায়িত্ব লবলৈ ইচ্ছা

নকৰিলে। তেওঁৰ স্বাস্থ্য আৰু বয়সে তেওঁক এই গধুৰ দায়িত্ব বহন কৰিবলৈ আৰু নকয়। প্ৰধানমন্ত্ৰীৰ দায়িত্বৰপৰা আঁতৰি লৈ অহাৰ আগতে চিৰিয়া আৰু ইজৰাইলৰ লগত যুদ্ধচুক্তি আমেৰিকাৰ ডাঃ কিচিঙ্গাৰৰ সহায়ত সাফল্যমণ্ডিত হৈছিল আৰু গল্ডামেয়াৰে প্ৰথমদল যুদ্ধবন্দীক আনন্দেৰে আগবঢ়াই আনিব পাৰিছিল।

পঞ্চাশবছৰৰ ৰাজহুৱা জীৱনৰ সামৰণিত গল্ডাই অভিজ্ঞতাৰে এইখিনি কথা লিখি থৈ গৈছে যে পৃথিৱীখন বৰ নিষ্ঠুৰ, বস্তুবাদী আৰু স্বাৰ্থপৰ। সকলো কথাকে চালিজাৰি চাই ভাল বেয়া বুজি পাবলৈ আমাৰ সাহস আৰু সামৰ্থ্য থাকিব লাগিব। আত্মৰক্ষাৰ কাৰণে নিজৰ প্ৰধান মনোবৃত্তিমতে কাম কৰিব লাগিব। ওচৰচুবুৰীয়া ৰাষ্ট্ৰৰ লগত ইজৰাইলৰ শান্তি স্থাপিত হব বুলি তেওঁৰ দৃঢ় বিশ্বাস। কিন্তু দুৰ্ব্বল ইজৰাইলৰ লগত কোনে শান্তি চুক্তি কৰিব? ইজৰাইল সবল শক্তিশালী নহলে শান্তি কেতিয়াও নহয়।

গল্ডামেয়াৰ আজি এই পৃথিৱীত নাই—কিন্তু পৃথিৱীৰ মানুহৰ ইতিহাসে এই গৰাকী নাৰীৰ সাহ কৰ্ম্মদক্ষতা আৰু দেশপ্ৰেমৰ কথা শ্ৰদ্ধাৰে সুঁৱৰিব।

# সৰোজিনী নাইডু।

ভাৰতৰ ৰাজনৈতিক আৰু কাব্য আকাশত মচিব নোৱাৰা চিন থৈ যাবপৰা ভাৰতীয় নাৰী সৰোজিনী নাইডু সচাকৈয়ে এগৰাকী প্ৰতিভাময়ী নাৰী আছিল। জীৱনক তেখেতে ভাল পাইছিল—জীৱনক উপভোগ কৰিব জানিছিল—নিৰানন্দক তেখেতে যেন প্ৰশ্ৰয় নিদিছিল। ৰামধেনুৰ সাতোটা ৰঙেৰে জীৱন যেন বোলাই পেলাব—সেয়েহে চৰাইৰ কাকলিয়ে, সুৰুযৰ ৰঙা ৰঙে, ফুলৰ ৰঙা, গুলপীয়া, হালধীয়া আৰু সকলো উজ্জ্বল ৰঙে তেখেতৰ মন উতলা কৰি দিছিল। যেতিয়া ১৯ বছৰীয়া—ইটালিৰ গিৰ্জ্জাৰ সন্ন্যাসিনীসকলক দেখি তেখেতৰো মন গ'ল সন্ন্যাসিনীৰ শান্ত সৌম্য শান্তিৰে জীৱনত শান্তি লভিবলৈ—গিৰ্জ্জাৰপৰা ওলাই আহি ৰ'দালিৰ তপত উমত ব্যতিব্যস্ত সংসাৰী মানুহৰ মুখত জীৱনৰ সুখ দুখৰ চাপ দেখি মনটো যেন আকৌ তেখেতৰ উৎফুল্ল হৈ উঠিল—এই সুন্দৰ পৃথিৱীখনক এৰি মানুহে বাৰু কেনেকৈ শান্তিৰে থাকিব পাৰিব? জীৱনক ভালপোৱা প্ৰকৃতি প্ৰেমীজনক গিৰ্জ্জাৰ শান্তিয়ে শান্তি দিব নোৱাৰে—সেইকাৰণেই সৰোজিনীৰ বৰ্তমানে সকলো পাৰিপাৰ্শ্বিকতাতে আনন্দৰ নিজৰা বোৱাইছিল। তেখেতৰ জীৱনৰ এই গতি, এই মন আৰু অনুভূতিবোৰৰ উহ বিচাৰিবলৈ হ'লে তেখেতৰ বাল্যকাল, পূৰ্বপুৰুষ, পিতৃ-মাতৃ, শিক্ষা আৰু ঘৰৰ বাতাবৰণৰ বিষয়ে নিশ্চয় অলপ জানিব লাগিব।

সৰোজিনীৰ দেউতাক ৺অঘোৰ নাথ চট্টোপাধ্যায় আছিল পূৰ্ববঙ্গৰ ব্ৰহ্মনগৰ গাওঁৰ। এই চট্টোপাধ্যায় পৰিয়ালটোৰ সংস্কৃত শাস্ত্ৰত

অগাধ পণ্ডিত বুলি নাম আছিল। ৺অঘোৰ নাথ সংস্কৃত শাস্ত্ৰত বিদগ্ধ পণ্ডিত আছিল আৰু প্ৰাচ্য পাশ্চাত্যৰ নাটক কাব্য সকলোবোৰ তেখেতে ভালকৈ পঢ়িছিল। আৰ্থিক অৱস্থা তেখেতৰ বৰ ভাল নাছিল— যদিও আলিবাটৰ চাকিৰ পোহৰত হলেও কিতাপপত্ৰ ধাৰ কৰি পঢ়ি নিজৰ জ্ঞানক সমৃদ্ধিশালী কৰি তুলিবৰ কাৰণে তেখেতৰ মনত অদম্যস্পৃহা আছিল। গ্ৰীক, হিব্ৰু, ফৰাচী, জাৰ্ম্মানী আৰু ৰুচভাষা তেখেতে সমানে আয়ত্ব কৰিছিল। স্কুলকলেজৰ পঢ়া শেষ কৰাৰ পাচত তেখেত কলিকতা বিশ্ববিদ্যালয়ৰ এজন মহান পণ্ডিত ৰূপে পৰিগণিত হৈছিল। ৺অঘোৰ নাথ চট্টোপাধ্যায় আছিল বঙ্গদেশৰ কুলীন ব্ৰাহ্মণ। কিন্তু সেই সম্প্ৰদায়ত থকা কিছুমান বেয়া নীতি-নিয়ম সংস্কাৰ কৰা কামত তেখেত উঠিপৰি লাগিছিল। এই সম্প্ৰদায়ত অতি বৃদ্ধ বা মৃতপ্ৰায় লোকৰ লগত সৰু ছোৱালী বিয়া দি হলেও কুলীনতা ৰাখিবলৈ কিছুমান নীতি প্ৰচলিত আছিল। অঘোৰ নাথ চট্টোপাধ্যায় আৰু তেখেতৰ পৰিয়ালৰ ভাই ককাই কেজনমান লগ লাগি বহুতো সৰু সৰু ছোৱালী উদ্ধাৰ কৰি বঙ্গমহিলা বিদ্যালয় প্ৰতিষ্ঠা কৰে। এই কামত লগা সকলো যুৱকক সমাজে সমাজচ্যুত কৰে আৰু তেওঁলোকে ৺ কেশবচন্দ্ৰ সেনৰ নেতৃত্বত গঢ়ি উঠা ব্ৰাহ্মসমাজ ভুক্ত হয়।

অঘোৰ নাথ "গিলক্ৰাইষ্ট" বৃত্তি লৈ বিদেশলৈ যাত্ৰা কৰে। ৰসায়ণ বিদ্যাৰ প্ৰতি তেখেতৰ ৰাপ অতি বেচি আছিল। এডিনবাৰ্গ বিশ্ববিদ্যালয়ৰপৰা তেখেতে "ডক্তৰ অৱ চায়েন্স" উপাধি লাভ কৰে। তেতিয়া ডক্তৰ অৱ চায়েন্স উপাধি লাভ কৰা তেখেতেই প্ৰথম ভাৰতীয়। ইয়াৰ পাচতো তেখেতে বিবিধ বৃত্তি লাভ কৰি বিদেশতো তেখেতৰ প্ৰতিভা দেখুৱাবলৈ সক্ষম হৈছিল।

১৮৭৮ চনত ভাৰতবৰ্ষলৈ উভটি আহিলত তেখেত হায়দৰাবাদলৈ নিমন্ত্ৰিত হ'ল। তাত তেখেতে ইংৰাজী মাধ্যমেৰে এখন স্কুল প্ৰতিষ্ঠা কৰে। পাণ্ডিত্যৰ কাৰণে হায়দৰাবাদৰ নিজামে তেখেতক অশেষ শ্ৰদ্ধা কৰিছিল। উচ্চশিক্ষাৰ কাৰণে নিজামে তেখেতক

এখন কলেজ প্ৰতিষ্ঠা কৰিবলৈ উৎসাহিত কৰিছিল। তেখেতে হায়দৰাবাদ কলেজ প্ৰতিষ্ঠা কৰে—আৰু তাৰ অধ্যক্ষৰূপে নিযুক্ত হয়।

আৰু ৺বৰদা সুন্দৰী দেৱী। তেখেত আছিল অতি সুভাষিণী আৰু মধুকণ্ঠী। তেখেতে ভাল গান গাইছিল আৰু কৱিতা ৰচিছিল। প্ৰকৃতিৰ শোভা উপভোগ কৰি নাৱত ঘুৰি ফুৰোতে বৰদা সুন্দৰীক অঘোৰ নাথে নৈৰপাৰত দেখে। অঘোৰ নাথ ডকাইত বিছুমানৰ হাতত পৰিছিল—তেতিয়া তেখেত আছিল চৈধ্য বছৰীয়া। এই অকণমানি লৰাটোৱে সূতা কাটিব জানে বুলিয়েই ডকাইত বিলাকে অঘোৰ নাথক মৰম কৰিছিল। এই ডকাইত বিলাকৰ সহায়তে অঘোৰ নাথে ন বছৰীয়া বৰদা সুন্দৰীক বিয়া কৰায়। তেখেত সকলৰ সৰু লৰা শ্ৰীহৰিন্দ্ৰ নাথ চট্টোপাধ্যায়ে মাকৰ বিষয়ে লিখোতে লিখিছে "আমি ডকাইত-বিলাকৰ ওচৰত কৃতজ্ঞ—নহলে আমি ইমান সুন্দৰ দেৱীতুল্যা নাৰী এগৰাকীৰ স্মৃতিৰ সম্মানৰপৰা বঞ্চিত হলোহেঁতেন।" "৺বৰদা সুন্দৰীৰ ৰান্ধনিঘৰ অতি সুস্বাদু আহাৰেৰে পৰিপূৰ্ণ আছিল। অঘোৰ নাথ বিলাতলৈ যাওঁতে বৰদা সুন্দৰী ভাৰত আশ্ৰমৰ ছাত্ৰী হৈছিল—ইয়াতে বৰদা সুন্দৰী দেৱীয়ে আন শিক্ষাৰ লগতে গাৰ্হস্থ্য বিজ্ঞানৰ শিক্ষাও লাভ কৰে।

অঘোৰনাথ বৰদাসুন্দৰী দুয়ো স্ত্ৰীশিক্ষা বিস্তাৰৰ কাৰণে কাম কৰিছিল। অঘোৰনাথে নাৰীৰ অৰ্থনৈতিক স্বাধীনতা আৰু নাৰীপুৰুষ দুয়োকে শিক্ষাৰ ক্ষেত্ৰত সমানে সুবিধা দিয়াৰ পক্ষপাতি আছিল। বাল্যবিবাহ গুচাবৰ কাৰণে তেখেতে চেষ্টা কৰিছিল আৰু বিধবাবিবাহ প্ৰৱৰ্ত্তন কৰিবলৈ আগভাগ লৈছিল।

তেখেতসকলৰ ঘৰলৈ ধনী, দুখীয়া, বিদ্বান, গুণীমানী, জ্যোতিষী, বৈজ্ঞানিক, নবাৱ, ফকিৰ, সাধু সন্ন্যাসী আদি কৰি নানা তৰহৰ মানুহৰ সমাগম হৈছিল আৰু নানা ঠাইৰ কৃষ্টি সভ্যতাৰ জ্ঞানৰ ভাণ্ডাৰেৰে পৰিপূৰ্ণ আছিল তেখেত সকলৰ ঘৰ।

এই উদাৰমনা, সমাজসংস্কাৰী, বিদ্বান পিতৃ মাতৃৰে প্ৰথম সন্তান

সৰোজিনী চট্টোপাধ্যায়। ১৮৭৯ চনৰ ৩ৰ ফেব্ৰুৱাৰীৰ দিনা হায়দৰাবাদত সৰোজিনীৰ জন্ম হয়। অঘোৰ নাথে তেখেতৰ কন্যাৰ যাতে সকলো বিষয়তে ৰাপ হয় তাৰ বাবে চেষ্টা কৰিছিল। সৰোজিনী আছিল প্ৰখৰ বুদ্ধিসম্পন্না ছাত্ৰী—সদাই শ্ৰেণীত প্ৰথম স্থান অধিকাৰ কৰিছিল। দেউতাকৰ উৎসাহ উদ্দীপনাৰে সৰোজিনীয়ে নানান বিষয়ত অশেষ জ্ঞান লাভ কৰিছিল। কেতিয়াবা হয়তো দেউতাকৰ কথাত সৰোজিনীয়ে প্ৰতিবাদো কৰিছিল। সৰোজিনীয়ে যাতে ইংৰাজীভাষা প্ৰকৃতৰূপে আয়ত্ব কৰিব পাৰে তাৰ বাবে দেউতাকে চেষ্টা কৰিছিল। সেইকাৰণে তেখেতে সৰোজিনীক সদায় ইংৰাজীতে কথা পাতিবলৈ কৈছিল। সৰোজিনীয়ে এই কথাটো ভাল নেপাইছিল। কথা নুশুনা কাৰণে সৰোজিনীক দেউতাকে এদিন কোঠা এটাত বন্ধ কৰি থ'লে। সৰোজিনীৰ বয়স আছিল তেতিয়া মাথো ন বছৰ। অকণমানি ছোৱালীজনী—কোঠাত বন্ধ কৰি থৈছে যদিও ভয় খোৱা নাই। কোঠা খুলি উলিয়াই অনাত দৃঢ় প্ৰতিজ্ঞ হয় দেউতাকৰ কথামতে কাম কৰিবলৈ। তেতিয়াৰপৰা ইংৰাজী ভাষাত ব্যুৎপত্তি লাভ কৰাই হ'ল সৰোজিনীৰ উদ্দেশ্য। "দেউতাৰ কথা শুনিব লাগিব" এই কথাটোৱেই সৰোজিনীৰ কেৱল মনত পৰি থাকে আৰু ইংৰাজী ভাষাত সচাকৈয়ে তেওঁ অপাৰ জ্ঞান লাভ কৰিলে। মাকৰ লগতহে সৰোজিনীয়ে হিন্দুস্তানীৰে কথা পাতিছিল।

—যদিও সৰুৰেপৰা সৰোজিনী সপোনবিলাসী আৰু কল্পনা প্ৰিয় আছিল কৱিতা লেখাৰ কথা তেওঁ কেতিয়াও ভবা নাছিল। দেউতাকে সৰোজিনীক বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে প্ৰশিক্ষণ দিছিল আৰু সৰোজিনীক এগৰাকী প্ৰসিদ্ধা গণিতজ্ঞ বা বৈজ্ঞানিক কৰিব খুজিছিল। কিন্তু সৰোজিনীয়ে মাক দেউতাকৰপৰা যিখিনি কাব্য প্ৰতিভা উত্তৰাধিকাৰী সূত্ৰে লাভ কৰিলে তাৰ শক্তি বেচি প্ৰৱল আছিল—সেইকাৰণেই বোধকৰো টান বীজগণিত এটাৰ সমিধান বিচাৰি হুমুনিয়াহ পেলাই থাকোতে অজানিতে তেওঁৰ কাপৰ পৰা নিগৰি পৰিল এটি কৱিতা

সেইদিনাৰ পৰাই তেওঁ কাব্যজগতত ভুমুকি মাৰিলে। তেতিয়া তেওঁৰ বয়স আছিল মাত্র এঘাৰ বছৰ। তেৰ বছৰ বয়সত তেওঁ Lady of the Lake বুলি ১,৩০০ শাৰীৰে এটি কৱিতা লিখে আৰু ২,০০০ শাৰীৰ এখন নাটক লেখে।

৺অঘোৰ নাথে সৰোজিনীক মেট্রিক পৰীক্ষ দিয়াব খুজিলে। সেই সময়ত হায়দৰাবাদত ছোৱালীৰ কাৰণে একো শিক্ষানুষ্ঠান নথকাত সৰোজিনীক দেউতাকে মাদ্ৰাজলৈ পঠিয়াই দিয়ে আৰু তেওঁ তাত মাদ্রাজ বিশ্ববিদ্যালয়ত প্ৰবেশিকা পৰীক্ষা দিয়ে। সৰোজিনীয়ে এই পৰীক্ষাত বিশ্ববিদ্যালয়ত প্ৰথমস্থান অধিকাৰ কৰি প্ৰথম বিভাগত উত্তীৰ্ণ হয়। তেতিয়া সৰোজিনী আছিল বাৰবছৰীয়া। ইমান কম বয়সতে ইমান সুখ্যাতিৰে পৰীক্ষাত উত্তীৰ্ণ হোৱাটো অতি আচৰিত কথা। সেই সময়ত এই পৰীক্ষা আজিকালিৰ বি, এ মহলাৰ সমান টান আছিল। ইমান সুখ্যাতিৰে এই পৰীক্ষাত উত্তীৰ্ণ হ'ল যদিও পিছৰ জীৱনত তেওঁ একো পৰীক্ষা পাচ কৰা নাই। ১৬ বছৰ বয়সত তেওঁ লণ্ডনলৈ গৈ কিংচ কলেজত নাম লগাইছিল। স্কুল কলেজৰ নিয়মবন্ধা শিক্ষাই তেওঁক আকৰ্ষণ কৰিব নোৱাৰিলে—তেওঁ ক্লাচ ক্ষতি কৰি বাহিৰৰ প্ৰকৃতিৰ শোভা উপভোগ কৰিবলৈহে বেচি ভাল পাইছিল।

উনৈশ বছৰ বয়সত সৰোজিনীৰ ডাঃ গোৱিন্দ ৰাজলু নাইডুৰ লগত বিবাহ হয়। ডাঃ নাইডু আছিল জাতিত কায়স্থ। যেতিয়া তেওঁ সৰোজিনীক বিয়া কৰাবলৈ প্ৰস্তাৱ দিয়ে তেতিয়া সৰোজিনী আছিল পোন্ধৰ বছৰীয়া। সৰোজিনী ডাঃ নাইডুৰ প্ৰতি অনুৰক্তা বুলি মাক বৰদা সুন্দৰীয়ে জানিব পাৰিছিল। কিন্তু অঘোৰ নাথ চট্টোপাধ্যায় আছিল বাল্যবিবাহৰ ঘোৰ বিৰোধী, সেইকাৰণে নিজাম চৰকাৰৰ পৰা এটা বৃত্তিৰে সৰোজিনীক বিলাতত কিংচ কলেজত পঢ়িবলৈ পঠিয়াই দিয়ে। ইয়াত সৰোজিনীয়ে একো পৰীক্ষাত উত্তীৰ্ণ হোৱা নাছিল কাৰণ সৰোজিনীয়ে বেচি ভাগ সময় শ্ৰেণীৰ পৰা অনুপস্থিত থাকি

প্ৰকৃতিৰ শোভা উপভোগ কৰিছিল। Edmund Goose নামৰ এজন ইংৰাজ সাহিত্য সমালোচকৰ লগত ইয়াতে সৰোজিনীৰ চিনাকি হয়। এখেতৰ অনুপ্ৰেৰণাতে সৰোজিনীয়ে নিজৰ দেশ ভাৰতৰ বিষয় বস্তুৰে কৱিতা লিখিবলৈ লয়—ইয়াৰ আগতে সৰোজিনীৰ কৱিতা বিদেশৰ বিষয় বস্তুৰে পৰিপূৰ্ণ আছিল।

সৰোজিনী নাইডুৰ বিবাহিত জীৱন সুখৰ আছিল। তেখেতৰ চাৰিটি সন্তান। প্ৰথম সন্তান শ্ৰীমতী পদ্মজা নাইডু পশ্চিমবঙ্গৰ ৰাজ্যপাল পদত অধিষ্ঠিত হৈছিলগৈ। তেখেতৰ জীৱিত কালতেই দ্বিতীয় পুত্ৰ ৰণধীৰ নাইডুৰ মৃত্যুৱে তেখেতক শোকাকুল কৰে। প্ৰথম পুত্ৰ ডাঃ জয়সূৰ্য্য নাইডু লোকসভাৰ সদস্য আছিল আৰু সৰুজীয়ৰি ৺নীলমণি নাইডু বৈদেশিক পৰিক্ৰমা দপ্তৰৰ লগত বিশেষভাৱে জড়িত আছিল।

স্বামী ডাঃ গোৱিন্দ ৰাজলু নাইডুৱে সৰোজিনীৰ কাব্য প্ৰতিভা আৰু বাগ্মিতাক সদায় উদগণি দিছিল আৰু সৰোজিনীৰ মনেও সাধাৰণ ভাবে বিবাহিত জীৱন যাপন কৰি যেন উচপিচাই আছিল। ডাঃ নাইডুৱে সৰোজিনীৰ কামত একো বাধা নিদিছিল বৰং উৎসাহ আৰু অনুপ্ৰেৰণাৰে সদায় সহায় কৰিছিল। বিয়াৰ ঠিক পাছতেই সৰোজিনীয়ে জীৱন দৰ্শন ৰূপে ঠিক কৰি লৈছিল যে নিজৰ সকলো শক্তিৰে আনক সহায় কৰিব লাগে, সাহ আৰু বিশ্বাসেৰে সৈতে সকলো জটিল পৰিস্থিতিৰ সন্মুখীন হবলৈ ভয় কৰিব নেলাগে আৰু প্ৰয়োজন হলে অতি সৰল সহজজীৱন যাপন কৰিব লাগে। কিন্তু পাৰিলে সদায় তেখেতে সুবস্ত্ৰ পৰিহিতা সুখী নাৰীৰ প্ৰতিমূৰ্ত্তি ৰূপে থাকি গৌৰৱমণ্ডিত জীৱন যাপন কৰিবলৈ ভাল পাইছিল আৰু বিলাসৰ সামগ্ৰীও ব্যৱহাৰ কৰিছিল আৰু নানান কামৰ মাজতো কৱিতাৰ পাখীত মাজে মাজে উৰি ফুৰিবলৈ বৰ ভাল পাইছিল।

হায়দৰাবাদৰ তেখেতৰ ঘৰটোৰ নাম আছিল "Golden Threshhold"—ইয়াতেই সৰোজিনীয়ে স্বামীৰ আদৰ আৰু নিৰাপত্তাৰে সৈতে ৰাজহুৱা জীৱনৰ ভাগৰ পলুৱাইছিল।

সৰোজিনীৰ বাজহুৱা জীৱনৰ পাতনি মেলে ১৯০০ চনৰ পৰা। তেখেতে ভ্ৰমণ কৰিবলৈ ভাল পাইছিল আৰু ভাৰতবৰ্ষৰ নানা ঠাই পৰিভ্ৰমণ কৰিছিল। ১৯০০ চনত "প্ৰকৃত ভাতৃত্ব" এই বিষয়ৰ এফানি বক্তৃতা তেখেতে মাদ্ৰাজত দিয়ে। এই বিষয়টোৱে তেখেতক বৰ আকৰ্ষণ কৰিছিল। তেখেতে কৈছিল "তুমি মাদ্ৰাজী বুলি গৌৰৱ নকৰিবা, তুমি ব্ৰাহ্মণ—ইও এটা গৌৰৱৰ বস্তু নহয়, তুমি দক্ষিণ ভাৰতৰ বা তুমি হিন্দু এই বুলিও গৌৰৱ নকৰিবা কিন্তু তুমি যে ভাৰতীয় এই কথাটোহে গৌৰৱ কৰিবলগীয়া কথা। ১৯০৪ চনত তেখেতে ভাৰতীয় জাতীয় কংগ্ৰেছৰ অষ্টদশতম অধিবেশনত উপস্থিত থাকে আৰু এই অধিবেশনতে তেখেতে Ode to India বুলি স্বৰচিত কৱিতা আবৃত্তি কৰি প্ৰচুৰ প্ৰশংসা লাভ কৰে।

তেখেতৰ সামাজিক সচেতনতা অতি প্ৰৱল আছিল আৰু সকলো ভুলকে শুদ্ধ কৰিবলৈ মনত অদম্য স্পৃহা আছিল কাৰণে তেখেত অনতিপলমে কুৰি শতিকাৰ আগভাগতেই ভাৰতীয় নাৰীৰ নেত্ৰী হিচাবে পৰিগণিতা হ'ল—তেখেতৰ বক্তৃতা আৰু কৱিতা ভাৰতবৰ্ষৰ প্ৰায় সকলো ঠাইতেই যেন প্ৰতিধ্বনিত হৈ উঠিল।

সৰোজিনী নাইডুৰ প্ৰথম কৱিতাৰ পুথি "Golden threshhold" ১৯০৫ চনত প্ৰথম প্ৰকাশিত হয়। তেখেতৰ কৱিতা ভাৰত আৰু ইংলণ্ডৰ আলোচনীত প্ৰকাশিত হৈছিল। Arthur Symons আৰু Edmund Goose নামৰ দুজন ইংৰাজ সাহিত্য সমালোচকে সৰোজিনীৰ কৱিতা উচ্চভাৱে প্ৰশংসা কৰিছিল। কিন্তু সৰোজিনীয়ে নিজে তেখেতৰ কৱিতাৰ সৃষ্টিত সন্তুষ্ট হব পৰা নাছিল। তেখেতে এবাৰ লিখিছিল "মোৰ সপোন আছে—অভিলাষ আছে—কিন্তু কথা যেন নায়—যদি মই এটা সুন্দৰ কৱিতাৰ জন্ম দিব পাৰিলোহেতেন চিৰদিনৰ কাৰণে মই কৱিতা লিখা এৰি দিলোহেতেন—মই চৰাইয়ে গান গোৱাৰ দৰে কেৱল গান গাই যাওঁ—মোৰ গান অতি ক্ষনস্থায়ী চিৰকালৈলে নেথাকে। কিন্তু তেখেতৰ এই কথাখিনি সচাঁ নহয় কিজানি। কাৰণ

আজিও সৰোজিনীৰ কবিতা মানুহে বিচাৰে। তেখেতৰ Feather of the Dawn বোলা কবিতাৰ পুথিখন পুনৰ প্ৰকাশিত হৈছে। তেখেতৰ কবিতাৰ সম্পূৰ্ণখণ্ড প্ৰকাশ কৰিবৰ কাৰণে মানুহে আগ্ৰহ প্ৰকাশ কৰিছে। আমেৰিকাত প্ৰকাশিত তেখেতৰ কবিতাৰ সম্পূৰ্ণখণ্ড শেষ হৈ গৈছে আৰু Spectre and Flute বোলা কিতাপখনো মানুহে বৰকৈ বিচাৰে। এতিয়াও মহাত্মাগান্ধীয়ে নামাকৰণ কৰা "ভাৰত কোকিলাৰ" কবিতাৰ আবৃত্তি অলেখ শুনিবলৈ পোৱা যায়। সৰোজিনীৰ দ্বিতীয় কবিতাৰ পুথি Birds of Time আৰু Songs of Life and Death and Spring ১৯১২ চনত প্ৰকাশিত হয়। তেখেতক ১৯১৪ চনত Royal Society of Literature এ সভ্যৰূপে গ্ৰহণ কৰে। এই সন্মান আগতে কোনো ভাৰতীয় মহিলাই লাভ কৰা নাছিল।

সৰোজিনী নাইডু ভাৰতবৰ্ষত ইংৰাজীতে বক্তৃতা দিয়া সকলৰ ভিতৰত এটাইতকৈ ভাল বক্তা বুলি পৰিগণিত হৈছিল। তেখেতে ২২ বছৰ বয়সৰ পৰাই ৰাজহুৱা সভাত বক্তৃতা দিবলৈ আৰম্ভ কৰে। ৺গোপাল কৃষ্ণ গোখলেই সৰোজিনীৰ প্ৰতিভা দেখি কৈছিল "তোমাৰ জীৱন, তোমাৰ প্ৰতিভা, গান, কথা, চিন্তাধাৰা, তোমাৰ মোহনীয়তা সকলো মাতৃভূমিৰ সেৱাৰ কাৰণে নিয়োজিত কৰা।" সৰোজিনীয়ে সদায় এই উপদেশ মানি চলিছিল।

সৰোজিনীৰ বক্তৃতাৰ বিষয় বস্তু আছিল জাতীয় মুক্তি, নাৰী স্বাধীনতা, যুৱকসকলৰ প্ৰতি আহ্বান আৰু জাতীয় ঐক্য।

১৯০৬ চনত তেখেতে ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশনত বক্তৃতা দিয়ে। তেখেতৰ বক্তৃতাই ভাৰতক জগাই তুলিছিল। ভাৰতীয় নাৰীৰ মুক্তিৰ কাৰণে, বাল্যবিবাহ পণপ্ৰথা আদিৰ দৰে কথা-বোৰ গুচাবৰ কাৰণে তেখেতে ভাৰতৰ প্ৰধান প্ৰধান নগৰত বক্তৃতা দি আলোড়ণৰ সৃষ্টি কৰিছিল। হায়দৰাবাদৰ বানপানী বিধ্বস্ত অঞ্চলত সহায় কৰা কাৰণে আৰু ১৯১১ চনত প্লেগ মহামাৰীত তেখেতে কৰা কামৰ কাৰণে তেখেতে "কাইজাৰ ই হিন্দ" পদক লাভ কৰে।

সৰোজিনী নাইডুৰ মহাত্মাগান্ধীৰ লগত প্ৰথম চিনাকি হয় ১৯১৪ চনত। মহাত্মাগান্ধী তেতিয়া দক্ষিণ আফ্ৰিকাত জেনেৰেল স্মাটচৰ লগত কৰা সত্যাগ্ৰহ আন্দোলনত সাফল্য লাভ কৰি লণ্ডনলৈ আহিছে। প্ৰথম মহাসমৰত বৃটিছক তেওঁলোকৰ বিপদৰ সময়ত অসুবিধাত পেলাব নেলাগে বুলি ভাবিয়েই গান্ধীজীৰ লগতে সৰোজিনী নাইডুৱে যুদ্ধত সহায় আগবঢ়াইছিল। বৃটিছক তেওঁলোকৰ দুৰ্দ্দিনত সহায় কৰি গান্ধীজীয়ে তেওঁলোকৰ মনজয় কৰিব পাৰিব বুলি ভাবিছিল। কিন্তু বছৰবোৰ বাগৰি যোৱাৰ পাচতো বৃটিছৰ মন সলনি নোহোৱাত আৰু হ'মৰুল আন্দোলন আৰম্ভ হোৱাত কংগ্ৰেছে জাতীয় মুক্তিৰ আন্দোলনত বিশেষ ভাবে অংশগ্ৰহণ কৰিলে। সকলো নেতাই বৃটিছৰ অন্যায় শাসন উপলব্ধি কৰিব পাৰিলে। মহাত্মাগান্ধী সৰোজিনী নাইডু আদি সকলোৱে তেওঁলোকৰ সকলো শক্তি ভাৰতৰ মুক্তিৰ কাৰণে অসহযোগ আন্দোলনত নিয়োগ কৰিলে। এই জাতীয় আন্দোলনত যোগদান কৰা সৰোজিনী নাইডুৱেই আছিল প্ৰথম মহিলা আৰু জাতীয় কংগ্ৰেছৰ জন্মৰ পৰাই এই কংগ্ৰেছৰ তেখেত আছিল প্ৰধান নেত্ৰী।

জাতিক জগাই তুলিবৰ কাৰণে সৰোজিনীয়ে দেশৰ চহৰে-প্ৰান্তে বক্তৃতা দিবলগীয়া হৈছিল। সৰোজিনীক সকলোৱে বিচাৰিছিল কাৰণ তেখেত আছিল প্ৰকৃত গণতান্ত্ৰিক নেত্ৰী তেখেতে কৈছিল "জাতিৰ মহানতা ডাঙৰ ডাঙৰ নেতাসকলৰ ওপৰতে কেৱল নিৰ্ভৰ নকৰে। দেশৰ সকলো জাতিধৰ্ম্মৰ মুনিহ তিৰোতাৰে ঈশ্বৰদত্ত জীৱনক পূৰ্ণ বিকাশ কৰি উপভোগ কৰিবলৈ পোৱা সুযোগেৰে সাধাৰণ মানুহেও উন্নতিৰ পথত বাধা হৈ পৰা সকলো আহুকাল সৎ পবিত্ৰভাৱে সাহসেৰে পাৰ হৈ যাব পাৰিব লাগে। সমাজ সংস্কাৰ বুলিলে এই কথাহে বুজায়।

তেখেতৰ Broken wing বোলা কৱিতাৰ ১৯:৬ চনত প্ৰকাশিত হয়। ১৯১৭ চনৰপৰা তেখেতে কৱিতাৰ জগত এৰি জাতীয় আন্দোলনত মনে-প্ৰাণে জপিয়াই পৰিলে। ১৯:৬ চনত জাতীয় কংগ্ৰেছৰ অধিবেশনত ডেকা জহৰলাল নেহেৰুৱে প্ৰথম সৰোজিনী

নাইডুৰ বক্তৃতা শুনে। এই বক্তৃতা আছিল জাতীয়তাবাদ আৰু দেশহিতৈষীকতা বোধ জগাই তোলা মন্ত্ৰ স্বৰূপ। জৱাহৰলাল নেহেৰুৱে নিজেই লিখি থৈ গৈছে যে তেতিয়াৰ পৰা তেওঁৰ অস্পষ্ট সমাজবাদী আদৰ্শ নোহোৱা হ'ল আৰু তেওঁ সম্পূৰ্ণভাৱে জাতীয়তাবাদী হৈ পৰিল।

এই আধবেশনতে সভাপতি অম্বিকাচৰণ মজুমদাৰে সৰোজিনীক অস্ত্ৰ আইনৰ প্ৰস্তাৱটো ডাঙি ধৰিবলৈ অনুৰোধ কৰে। অধিবেশনত উপস্থিত আছিল লেফটেনেণ্ট গৱৰ্ণৰ জেমচ মেচটণ আৰু লেডী মেচটণ। সভাপতিয়ে ভাৰতীয় নাৰী এগৰাকীয়ে ইংৰাজী ভাষাত কিমান ভালকৈ নিজক প্ৰকাশ কৰিব পাৰে তাক প্ৰদৰ্শন কৰিবৰ ইচ্ছাৰে সৰোজিনীক বক্তৃতামঞ্চত থিয় কৰাইছিল। সৰোজিনীয়ে প্ৰায় আধাঘণ্টা সময় সুললিত বাক্য গাথনিৰে সভাস্থলীৰ সকলোকে বিমুগ্ধ কৰি ৰাখিছিল। ১৯১৬ চনত সৰ্বভাৰতীয় মুছলিম লীগত সৰোজিনীয়ে স্বায়ত্ব শাসন প্ৰস্তাৱ সমৰ্থন কৰি বক্তৃতা দিছিল। ১৯১৬ চনৰ কংগ্ৰেছ অধিবেশন সচাকৈয়ে এখন স্মৰণীয় অধিবেশন এই কাৰণেই যে এই অধিবেশনতে জৱাহৰলাল নেহেৰুৱে মহাত্মাগান্ধী আৰু সৰোজিনী নাইডুক সহকৰ্মীৰূপে লগ হয় আৰু এই অধিবেশনৰ পাচৰে পৰাই ভাৰতৰ জাতীয় সংগ্ৰাম যেন আৰম্ভ হ'ল। এই সময়তে সৰোজিনী নাইডুৱে দক্ষিণ আফ্ৰিকাৰ গিৰ্মিটিয়া বনুৱাসকলৰ বিশেষকৈ বনুৱা নাৰীসকলৰ সম্মান লাঘৱ কৰা শোকলগা অৱস্থাৰ অৱসান ঘটাবলৈ ভাৰতীয় ৰাইজক সজাগ কৰি তোলে। ইয়াৰ পাচতে আহিল "কৃষ্ণ আইন" বুলি কোৱা ৰাওলাট আইন। এই আইন মানি নলবলৈ সৰোজিনীয়ে মহাত্মাগান্ধীৰ লগত একমত হৈ ভাৰতৰ নানা চহৰত বক্তৃতা দি মানুহক অন্যায়ৰ বিৰুদ্ধে জগাই তুলিছিল। ১৯১৯ চনত জালিওনাবাগ হত্যা-কাণ্ডৰ পাচত সৰোজিনী নাইডুৱে এই হত্যাকাণ্ডৰ প্ৰতিবাদ কৰি "কাইজাৰ ই হিন্দ" পদক ওভোটাই দিয়ে আৰু ইংলণ্ডত এই হত্যাকাণ্ডৰ বিৰুদ্ধে বক্তৃতা দি ভাৰতবৰ্ষ আৰু ইংলণ্ডত আলোড়ণৰ সৃষ্টি কৰে।

স্বাধীনতা সংগ্ৰামৰ লগে লগে ভাৰতৰ নাৰী আন্দোলনো হৰলৈ আৰম্ভ কৰিলে। সদৌ ভাৰতীয় নাৰী সম্মিলন হিচাপে প্ৰথম অনুষ্ঠান আছিল "Womens India Association."—এই অনুষ্ঠান এনি বেচান্তে উদ্ভাৱন কৰিছিল আৰু সৰোজিনী নাইডুৱে এই অনুষ্ঠানক আৰম্ভণিৰে পৰা পৃষ্ঠপোষকতা কৰিছিল। মহিলাই ভোটাধিকাৰ পাবৰ কাৰণে সৰোজিনী নাইডুৱে আপ্ৰাণ চেষ্টা কৰিছিল। ছোৱালীৰ প্ৰাথমিক আৰু মাধ্যমিক শিক্ষাৰ কাৰণে মিঃ মণ্টেগুৰ ওচৰলৈ সৰোজিনী নাইডুৰ নেতৃত্বত যোৱা সঁজাতিদলৰ সফলতা ভাৰতৰ সকলো ঠাইতে বুজিব পাৰিছিল। তিৰোতাৰ ভোটাধিকাৰ, শিক্ষা, অৰ্থনৈতিক স্বাধীনতা আদি নানা বিষয়লৈ গঢ়ি উঠা নাৰী আন্দোলনে সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰে আগবাঢ়িছিল আৰু আন্দোলনৰ প্ৰধান নেত্ৰী আছিল সৰোজিনী নাইডু। সৰোজিনীৰ সহকৰ্মী ভগিনীসকলৰ ওপৰত অতি গভীৰ আস্থা আছিল। লোন আইন ভংগ কৰাৰ পাচত যেতিয়া এজনৰ পাচত এজনকৈ পুৰুষসকল কাৰাগাৰলৈ গৈছিল— এই ভগিনীসকলে সৰোজিনীৰ নেতৃত্বত কংগ্ৰেছৰ পতাকাখনি তুলি ধৰি আছিল।

১৯১৯ চনত মণ্টফৰ্ড সংস্কাৰৰ কাৰণে একলাখ তিৰোতা ভোটাৰ লিষ্টি ভুক্ত হ'ল আৰু ১৯২৬ চনত তিৰোতাই বিধান সভাৰ সভ্য- হোৱাৰ স্বীকৃতি পালে। তিৰোতাই পৌৰসভাৰ নিৰ্বাচনত ভাগ লব পৰা হ'ল। চাৰিগৰাকী মহিলা বম্বেৰ পৌৰসভাৰ সভ্যা নিৰ্বাচিত হ'ল তাৰে এগৰাকী আছিল সৰোজিনী নাইডু। তেখেতক বম্বেৰ মেয়ৰ কৰিব খুজিছিল কিন্তু তেখেতে এই বিষয়বাব লোৱা নাছিল। সৰোজিনীয়ে কৈছিল— "গোটেই পৃথিৱীতে এটা কথাই হৈছে অপৰিবৰ্তনীয়। দেশৰ সীমা বেলেগ হব পাৰে—যুদ্ধ বেলেগ ধৰণৰ হব পাৰে—জাতিও বেলেগ বেলেগ হয় কিন্তু সম্ৰাজ্ঞী আৰু কৃষকপত্নী এগৰাকী নাৰী বুলিলে একে। প্ৰত্যেক নাৰীয়ে নিজৰ যোগ্যতা এদিন উপলব্ধি কৰিবই কৰিব।"

সদৌ ভাৰত "হুমৰুলীগ"ৰ প্ৰজাতিদলৰ সভ্যা হিচাপে সৰোজিনী ১৯১৯ চনত ইংলণ্ডলৈ যাত্ৰা কৰে আৰু তাত তেখেতে নাৰীৰ অধিকাৰৰ বিষয়ে কয়।

১৯২৪ চনত সৰোজিনী নাইডু কেনিয়া জাতীয় কংগ্ৰেছত যোগ দিবলৈ যায়। ভাৰতীয় জাতীয় কংগ্ৰেছে সৰোজিনীক এই সভালৈ পঠিয়াইছিল—ভাৰতীয় বাসিন্দাসকলক সহায় কৰিবৰ, কাৰণে সৰোজিনী গৈছিল আৰু তাত তেওঁ কৰা কামৰ শলাগ মহাত্মাগান্ধীকে আদি কৰি সকলো নেতাই লৈছিল। এই বছৰতেই মানে ১৯২৪ চনতে সৰোজিনী নাইডু ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভানেত্ৰী নিৰ্বাচিত হয়। মহাত্মাগান্ধীয়ে সৰোজিনী নাইডুক মঞ্চত পৰিচয় কৰাই দিওঁতে সৰোজিনীয়ে উত্তৰত কৈছিল "মই ল'ৰা তুলিছোঁ—নিচুকনী গীত গাই ল'ৰা শুৱাইছোঁ আৰু আজি মই ভাৰত মাতৃৰ প্ৰতিকৃতি হৈ স্বাধীনতাৰ অগ্নিশিখা জ্বলাই তুলিব লাগিব। এই কামৰ কাৰণে মোক নিৰ্বাচিত কৰি আপোনালোকে পুৰণা ঐতিহ্য আকৌ ঘুৰাই আনিছে—আৰু ভাৰতীয় নাৰীৰ কাৰণে আমাৰ ইতিহাসত এটা যুগৰ সঞ্চাৰ কৰিছে।

সৰোজিনী নাইডু ১৯২৫ চনৰ কানপুৰ কংগ্ৰেছৰ সভানেত্ৰী। তেখেত সভানেত্ৰী হৈ থাকোতে New York Time এ সৰোজিনীক ভাৰতবৰ্ষ জগাই তোলোৱা "জোৱান অফ আৰ্ক" বুলি অভিহিত কৰিছিল। তেখেতৰ সভানেত্ৰীৰ ভাষণ অতি চমু আছিল। এই ভাষণত তেখেতে একতাৰ বিষয়ে দঢ়াই দঢ়াই কৈছিল—ভাৰতীয় জাতীয় কংগ্ৰেছৰ মহিলা শাখা আৰু কংগ্ৰেছৰ তথ্যবাহি শাখা খুলিবৰ কাৰণে কৈছিল। কংগ্ৰেছ মহাসভাখন জনতাৰ অভিমতেৰে গঢ়ি উঠক কেৱল নেতাসকলৰ অভিমতেই যেন ইয়াত নেথাকে। তেখেতৰ ভাষণ আশা আৰু সাহসপূৰ্ণ আছিল—ভয় আৰু হতাশৰ ভাব পৰিহাৰ কৰি একতাবদ্ধ হবলৈ জাতিক সামুনয়ে আবেদন কৰিছিল। এই কংগ্ৰেছ অধিবেশন অতিকৈ সাফল্যমণ্ডিত হৈছিল—এগৰাকী তিৰোতাৰ অদমনীয় কৰ্ম্মশক্তি সচাকৈয়ে প্ৰসংসনীয়—।

১৯২৬ চন সদৌভাৰত নাৰীসম্মিলন প্ৰতিষ্ঠিত হয়। সৰোজিনী নাইডু এই অনুষ্ঠানৰ লগত আৰম্ভণিৰে পৰা জড়িত আৰু পথ প্ৰৰ্দৰ্শিকা। এই অনুষ্ঠান সমাজৰ লগত জড়িত সামাজিক ৰাজনৈতিক সমস্যাবোৰৰ ওপৰত গুৰুত্ব দিছিল আৰু অনুষ্ঠানটো জাতীয়তাবাদী আছিল। ভাৰতীয় নাৰীক আন্তৰ্জাতিক সভাসমিতি বোৰলৈ এই অনুষ্ঠানে প্ৰতিনিধিৰূপে পঠিয়াইছিল। Pan-Pacific Women Conferance লৈ যোগদান কৰিবলৈ ১৯২৮ চনত সৰোজিনী হনলুলুলৈ যায়। এই চনতেই সৰোজিনী আমেৰিকালৈ যাত্ৰা কৰে—। মহাত্মাগান্ধীয়ে তেখেতক Miss Mayo এ লিখা Mother India বোলা কিতাপখনৰ কথাবোৰৰ অসত্যতাৰ বিষয়ে কবলৈ আৰু কংগ্ৰেছৰ মুখপাত্ৰ হিচাপে কংগ্ৰেছে কৰা কামৰ প্ৰচাৰৰ কাৰণে ৰাষ্ট্ৰদূত হিচাবে পঠিয়াইছিল। আমেৰিকাত সৰোজিনীয়ে কৰা কামৰ ভূয়সী প্ৰশংসা পোৱা যায়। তেখেত য'লৈকে গৈছিল তাতে আদৰ সন্মান আৰু অভ্যাৰ্থনাৰে তেখেতক আগবঢ়াই নিছিল। সৰোজিনী নাইডুৰ বক্তৃতা ডাঙৰ ডাঙৰ হৰফেৰে বিখ্যাত সংবাদপত্ৰসমূহত প্ৰকাশিত হৈছিল "ইংলণ্ডে ভাৰতৰ সৈন্যবাহিনীত বেচি ব্যয় কৰে শিক্ষাৰ ক্ষেত্ৰত কৰা নাই" আদি সাহসোক্তি সৰোজিনীৰ বক্তৃতাৰ মাজেৰে প্ৰচাৰিত হৈছিল। ভাৰতীয় কৃষ্টি সভ্যতা ব্যাখ্যা কৰিবলৈ সৰোজিনী তালৈ গৈছিল ভাৰতৰ বেচৰকাৰী ৰাষ্টদূত হিচাপে। আমেৰিকাত সৰোজিনীয়ে কৈছিল—"তোমালোকৰ গনতন্ত্ৰৰ প্ৰতিষ্ঠাতা সকলৰ দৰেই নতুন ভাৰতে আজি স্বাধীনতা ঘোষণা কৰিবলৈ ওলাইছে- এই স্বাধীনতা কেৱল বৈদেশিক শাসনৰ পৰা মুক্তিলাভ কেৱল ৰাজনৈতিক স্বাধীনতাই নহয়—ভাৰতৰ সমাজ কৃষ্টি সভ্যতা নৈতিকতা সকলোৰে পূৰ্ণবিকাশ কৰিবলৈ ভাৰতৰ্ষই স্বধীনতা বিচাৰিছে এই উদ্দেশ্যত উপনীত হবলৈ ভাৰতবৰ্ষই নিজৰ প্ৰাচীন ত্যাগ আৰু অহিংসাৰ মন্ত্ৰ গ্ৰহণ কৰিছে মহাত্মাগান্ধীৰ নেতৃত্বত। এই ক্ষীনদেহী মানুহজন আজি আধ্যাত্মিক শক্তিৰ সুউচ্চ শিখৰত আমাৰ যুগৰ এই শক্তিৰ তেখেত জীৱন্ত প্ৰতীকস্বৰূপ।"

সৰোজিনীৰ জীৱনৰ আৰু এটা বুৰঞ্জী প্ৰসিদ্ধ ঘটনা হ'ল "লোন আইন ভংগ"। মহাত্মাগান্ধীয়ে বিখ্যাত দাণ্ডিযাত্ৰা আৰম্ভ কৰি ১৯৩০ চনৰ ৫ এপ্ৰিলত লোন আইন ভংগ কৰিলে। সৰোজিনী সাগৰৰ বালি পাৰত উপস্থিত আছিল—। আইন ভংগ কৰা কাৰণে মহাত্মাগান্ধী গ্ৰেপ্তাৰ হ'ল—আৰু এই আন্দোলনৰ নেতৃত্ব বহন আৰ্বাচ তৈয়বজী আৰু তেওঁৰ পাচত সৰোজিনী হাতত দি গৈছিল। সৰোজিনী নাইডুৱে মহাত্মাৰ উপযুক্তা শিষ্যাৰূপে ধাৰচানা নামে ঠাইত ২৫,০০০ হেজাৰ স্বেচ্ছাসেৱকেৰে লোণ আইন ভংগ কৰিবলৈ যাত্ৰা কৰিলে স্বেচ্ছাসেৱকে যাতে অহিংস অসহযোগ পন্থা অৱলম্বন কৰি থাকে ভাৱবাবে সৰোজিনীয়ে দঢ়াই দঢ়াই কৈছিল। সৰোজিনী কাৰাৰুদ্ধা হ'ল—আৰু তেওঁক য়েৰয়াডা জেললৈ লৈ গ'ল।

ইয়াৰ পাচত ২য় ঘূৰণীয়া মেজমেললৈ ভাৰতীয় নাৰীৰ মুখপাত্ৰী হিচাবে সৰোজিনী নাইডু গান্ধীজীৰ লগত লণ্ডনলৈ যায়। শ্ৰীমতী নাইডু এইমেলত জাতীয়তাবাদী ভাৰতৰো প্ৰতিনিধি স্বৰূপ আছিল। দ্বিতীয় ঘূৰণীয়া মেজমেল ফলপ্ৰসূ নহল। গান্ধীজীয়ে দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সকলৰ হৈ কবলৈ দক্ষিণ আফ্ৰিকালৈ যোৱা ভাৰতীয় সংজাতি দলটোৰ লগ ধৰিবলৈ সৰোজিনীক কেপটাউনলৈ পঠিয়ালে। সৰোজিনী নাইডু দক্ষিণ আফ্ৰিকাৰ পৰা অহাৰ পাচত গান্ধীজী প্ৰমূখ্যে আন আন নেতাসকলৰ লগত আকৌ কাৰাৰুদ্ধা হয়। ভগ্নস্বাস্থ্যৰ কাৰণে তেখেতক অলপ দিনৰ কাৰণে মুক্তি দিছিল কিন্তু আকৌ গ্ৰেপ্তাৰ কৰি য়াৰয়েডা জেলত থৈ দিলে। ১৯৩৩ চনৰ ৮ মে তাৰিখে সৰোজিনী কাৰামুক্ত হ'ল। এই সময়ছোৱাত মহাত্মাগান্ধীয়ে লোৱা অনশনব্ৰতত মহাত্মাৰ প্ৰহৰী আৰু সেৱিকা হিচাবে সৰোজিনী বহুত সহায় কৰিছিল।

১৯৩৭ চনৰ পৰা কংগ্ৰেছে গঠনমূলক কাম আৰু স্বদেশী আন্দোলনত বেচি মনযোগ দিছিল। কংগ্ৰেছ অনুষ্ঠানক বে-আইনি বুলি ঘোষণা কৰাত কংগ্ৰেছ অধিবেশন কেবাবছৰো হোৱা নাছিল। এই স্বদেশী আন্দোলনতো সৰোজিনীয়ে আগভাগ লৈছিল। ১৯৩৩ চনত

Lady Irwin College প্ৰতিষ্ঠাৰ কামত তেখেত উঠি পৰি লাগে। তেখেতে সদৌভাৰত মহিলা সম্মিলনীৰ জৰিয়তে এই কাম কৰিছিল। ১৯৩৯ চনত দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল। কংগ্ৰেছ মহাসভাই ধনজন দি বৃটিছক যুদ্ধত সহায় নকৰিবলৈ সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰাত সৰোজিনীয়ে আকৌ কাৰাৰুদ্ধ হয়। ইয়াৰ পাচত ১৯৪২ চনত কংগ্ৰেছে লয় বিখ্যাত 'ভাৰতত্যাগ' প্ৰস্তাৱ। এই প্ৰস্তাৱ লোৱাৰ লগে লগে ভাৰতৰ সকলো নেতাকে গ্ৰেপ্তাৰ কৰে। মহাত্মাগান্ধীৰ লগতে সৰোজিনী নাইডু, কস্তুৰবা প্যাৰেলাল সকলোকে আগাখাঁৰ প্ৰাসাদত বৃটিছ চৰকাৰে আটক কৰি থলে। আগাখাঁৰ প্ৰাসাদৰ পৰা ভগ্নস্বাস্থ্যৰ কাৰণে ১৯৪৩ চনৰ মাৰ্চ মাহত মুক্তি লাভ কৰি সৰোজিনীয়ে বাহিৰৰ পৰা স্বাধীনতা সংগ্ৰাম চলাই থকা কামত আছিল।

যুদ্ধ শেষ হৈ অহাত নেতাসকলে মুক্তি পালে। বৃটিছৰ লগত কিবা এটা মীমাংসাত উপনীত হবৰ কাৰণে আকৌ আলোচনা বিলোচনা হবলৈ ধৰিলে। এই সময়ত বঙ্গদেশৰ দুৰ্ভিক্ষ আৰু দেশত হোৱা সাম্প্ৰদায়িক অশান্তিয়ে সৰোজিনীৰ মনত বৰ কষ্ট দিছিল। মহাত্মাগান্ধী নোৱাখালিলৈ যোৱাত সৰোজিনীৰ ইচ্ছা থকা স্বত্বেও নোৱাখালি ভ্ৰমণত মহাত্মাগান্ধীৰ লগত যাব নোৱাৰিলে।

১৯৪৭ চনত সদৌ এচিয়া সম্মিলনত সৰোজিনী নাইডু সভানেত্ৰী আছিল—আৰু এই সম্মিলনত দিয়া তেখেতৰ সভানেত্ৰীৰ ভাষণে এচিয়াবাসীৰ মন জয় কৰিছিল।

ভাৰতে স্বাধীনতা পোৱাৰ লগে লগে সৰোজিনী নাইডু উত্তৰ প্ৰদেশৰ ৰাজ্যপাল হিচাপে নিযুক্ত হয়। উত্তৰ প্ৰদেশৰ ইংৰাজ গৰৰ্ণৰ জনে সৰোজিনীলৈ লেখিছিল—"মই তোমাক কামৰ ভাৰ দিবলৈ ৰৈ আছোঁ,"—সৰোজিনীয়ে উত্তৰত লেখিছিল—"তোমাৰ পৰা শাসন নীতি শিকিবৰ কাৰণে মই পেঞ্চিল বহী লৈ গৈছোঁ ৰ'ব।" সৰোজিনী আছিল হাঁহিৰ সঁফুৰা মহাত্মাগান্ধীৰ অনশনৰ সময়কে আদি কৰি সকলো দুখ-জনক পৰিস্থিতিতে সৰোজিনীৰ উপস্থিতিয়ে আনন্দ মুখৰ কৰি তুলিছিল

—ৰাজ্যপাল হিচাবে সৰোজিনীয়ে নিজৰ যোগ্যতা দেখুৱাব পাৰিছিল। এই পদত অধিষ্ঠিত হৈ থাকোতেই ১৯৪৯ চনৰ মার্চৰ ২ তাৰিখে তেখেতে এই পৃথিৱী এৰি গুচি যায়। ভাৰতৰ নৈতাসকল ৰাজভৱনত উপস্থিত হয়। শেষ শ্ৰদ্ধা জ্ঞাপন কৰিবলৈ। "ভাৰত কোকিলা" নিৰ্মাত হ'ল—সৰোজিনী আছিল সচাকৈয়ে এই শক্তিকাৰ মহিয়সী প্ৰতিভাময়ী নাৰী। অতি সাধাৰণ ভাবে গাম্ভীৰ্য্যপূৰ্ণ ভাবে তেখেতে মৃত্যুক আকোঁৱালি ল'লে। কংগ্ৰেছৰ বুৰঞ্জী লেখিবলৈ ল'লে—ভাৰতীয় জাতীয় সংগ্ৰামৰ কথা কবলৈ হলে সৰোজিনীৰ কথা নোকোৱাকৈ একোৱেই কব নোৱাৰি। তেখেতৰ শেষ কৃত্য পূৰ্ণ ৰাজকীয় সন্মানেৰে সমাধা হয়।

# এলিণৰ ৰুজভেল্ট

১৮৮৪ চনৰ ১১ অক্টোবৰৰ দিনা ইনিয়ট আৰু এনাইল ৰুজভেল্টৰ একনী ছোৱালী উপজিছিল। মাক দেউতাকে এটি অতি আদৰৰ আপুৰুগীয়া ল'ৰা আশা কৰিছিল—সেইকাৰণে সাধাৰণ কেঁচুৱাৰ দৰে এই চকুৰ নলগা কেঁচুৱাটিৰ জন্মত অলপ দুখ পাইছিল যদিও দেউতাকৰ কাৰণে এই কেঁচুৱাজনী "স্বৰ্গৰ পৰা অহা ৰহস্য"ৰ দৰে সম্পদ স্বৰূপ আছিল। দেউতাক মাকে ছোৱালীটিৰ মাকৰ নাম অনুসৰি নাম থলে এনা আৰু পেহীয়েক বিলাকে ইলিয়টৰ নামৰ লগত মিলাই নামটি থ'লে এলিণৰ। ল'ৰাৰ ঠাইত ছোৱালী হৈ উপজি মাক দেউতাকৰ মনত হতাশৰ ছাঁ পেলাই জন্মহোৱা এই ছোৱালীটিয়ে পৃথিৱীলৈ যেন এটা দোঁষী দোষী মনোভাৱেৰে আহিছিল আৰু নিজকে প্ৰতিষ্ঠা কৰিবলৈ ওপজাৰে পৰা যেন চেষ্টা কৰিছিল।

এলিণৰই জন্ম হোৱা পৃথিৱীখন বৰ সুন্দৰ বৰ নিৰাপত্তাপূৰ্ণ আছিল। পৃথিৱীৰ চাৰিওফালে হোৱা ঘটনাৱলীয়ে এই পৃথিৱীখন চুই নগৈছিল। ১৮৮৪ চনত আমেৰিকাৰ ভদ্ৰসমাজ ৰাজনীতিত লিপ্ত নহৈছিল। ৰাজনৈতিক কথালৈ চৰকাৰী উচ্চমহল আৰু ৰাজনৈতিক নেতাসকল কেৱল ব্যস্ত আছিল। এলিণৰৰ ৰবদেউতাক থিয়ডৰ ৰুজভেল্ট বিধান সভাৰ সদস্যৰ প্ৰাৰ্থী হোৱাত পৰিয়ালৰ মানুহ বিলাকে ভাল নেপাইছিল। থিয়ডৰ বিধান সভাৰ সদস্য হৈছিল আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতিও হৈছিলগৈ। থিয়ডৰৰ আগৰ ৰাষ্ট্ৰপতি সকলে ধনী আৰু সা-সুবিধা ভোগ কৰি থকা সকলক অসন্তোষ দি একো কাম নকৰিছিল। অৰ্থনৈতিক ক্ষেত্ৰত 'লাজা-ফেৰা' ( Laissez Faire ) নীতি অনুসৰণ কৰিছিল। এলিণৰ ওপজা বছৰটোতে থিয়ডৰে প্ৰথম এটা জ্ঞানদীপ্তমন লৈ 'লাজাফেৰা' নীতিৰ ব্যাখ্যা

দিবলৈ বিচাৰিলে। থিয়ভবে লাহে লাহে বুজিব পাৰিলে যে, ব্যক্তি বিশেষক পূৰ্ণ স্বাধীনতা দিলে ধনত বলী সকলক দুৰ্বল শ্ৰেণীৰ ওপৰত অন্যায় কৰিবলৈ সুবিধাহে দিয়া হয়। শ্ৰমিক আন্দোলন (Trade union) সেই সময় হোৱাত একেবাৰে কেঁচুৱা অৱস্থাত আছিল। এলিণৰ ওপজাৰ দিনা ডেট্ৰয়তত (Detroit) এখন সভা হৈছিল। এই সভাই সমিধান বিচাৰিছিল এই প্ৰশ্নটোৰ "আমাৰ সভ্যতাই শ্ৰমিক-সকলৰ প্ৰতি ন্যায়সংগত বিচাৰ কৰিছেনে?" শ্ৰমিকসকলৰ দৰিদ্ৰতা তেওঁলোকৰ দোষত হোৱা নাই এই দৰিদ্ৰতা প্ৰকৃতিগত নহয়—শ্ৰমে ন্যায়সংগত আইন পোৱা নাই, কিন্তু মূলধন খটুওৱা শ্ৰেণীটোৱে যি বিচাৰিছে তাকেই পাই আছে। কৰকাটল, শ্ৰমিক আন্দোলন আদি বিষয়বোৰ নৈশ আহাৰৰ পাচত হয়তো সেইসময়ৰ ধনীশ্ৰেণীৰ ভদ্ৰলোক সকলে কথা পাতিছিল কিন্তু আমেৰিকাৰ ভদ্ৰমহিলাই ৰাজনৈতিক কথাত মুঠেই ভাগ নলৈছিল। মহিলাৰ ভোটাধিকাৰৰ প্ৰশ্নটোৱে সেইসময়ত অলপ আলোড়ণ তুলিছিল কিন্তু ৰুজভেল্ট পৰিয়ালৰ কোনো মুনিহ তিৰোতাই এই কথা সমৰ্থন নকৰিছিল।

পৰিয়ালত থকা চিঠিবোৰৰ পৰা আৰু পৰিয়ালৰ মানুহৰ সোঁৱৰণীৰে কোৱা কথাবোৰৰ পৰা এলিণৰৰ ল'ৰালিকালৰ কথা অলপ জানিব পাৰি। এলিণৰে শিশুহিচাপে নিজৰ ছবিখন লেখনীত যেতিয়া ডাঙি ধৰে তেতিয়া বুজিব পাৰি যে এলিণৰ বৰ ভয়াতুৰ আছিল। কুকুৰ, ঘোঁৰা, সাপ আনকি আন আন ল'ৰাছোৱালীকো তেওঁ বৰ ভয় কৰিছিল। কোনোবাই দাবী দিব বুলি বৰ ভয়—আনে তেওঁক বেয়া পাব পাৰে বুলিও তেওঁ বৰ সতৰ্ক আছিল। তেওঁৰ মনত সদায় এটা নীচাত্মিকা বোধ আছিল আৰু আনে ভাল বুলিবলৈ আনৰ প্ৰশংসা পাবলৈ মনত তেওঁৰ এটা সদায় হেঁপাহ আছিল। এলিণৰৰ মনৰ এই ভাব নিজৰ মাকৰ ব্যৱহাৰৰ পৰা হৈছিল যেন লাগে। মাকৰ চকুত এলিণৰ দেখাত অশুৱনী আৰু এলিণৰ অলপ গহীন স্বভাৱৰ আছিল কাৰণে মাকে সদায় মানুহৰ আগত এলিণৰক চিনাকী কৰি দিলে

"এইজনী মোৰ বুঢ়ী আইতা" বুলি কৈছিল। অন্যায়কৈ কিবা কাম কৰিলে এলিগৰে বৰ বেয়া পাইছিল, "ভালকৈ কৰিব লাগে—শুদ্ধকৈ কৰিব লাগে" ইত্যাদি কথা সকৰে পৰা কয় কাৰণে আনে কেতিয়াবা তেওঁক "অকণমানি স্কুলশিক্ষয়িত্ৰী" বুলিও কৈছিল। মাকে এলিগৰৰ এইবোৰ স্বভাৱক বৰ প্ৰশ্ৰয় নিদিছিল—কিন্তু দেউতাকৰ চকুত এলিগৰৰ এই ৰূপেই আছিল অতি সুন্দৰ—দেউতাকে এলিগৰক বিচাৰিছিল মহৎ সাহসীৰূপে, পাণ্ডিত্যৰ জেউতিৰে জিলিকা ধৰ্ম্মপৰায়ণা, মৰমীয়াল, ধীৰ, সৎ আৰু পবিত্ৰৰূপে।

এলিনৰৰ প্ৰথম ধাত্ৰী গৰাকী আছিল এগৰাকী ফৰাচী মহিলা। ইংৰাজী শিকাৰ আগতে ফৰাচীভাষাত বুৎপত্তি লাভ কৰা ভাল বুলি ভাবি এগৰাকী ফৰাচী ধাত্ৰীক এলিগৰক চোৱাচিতা কৰিবৰ কাৰণে মাকে নিযুক্তি দিলে।

ল'ৰালি কালৰ এলিগৰৰ কথাবোৰ দেউতাক ইলিয়টৰ সোঁৱৰণীৰে ভৰা। কিন্তু দেউতাক ইলিয়টে পৰিয়ালটোলৈ দুৰ্যোগ আনিছিল। ইলিয়ট খামখেয়ালী স্বভাৱৰ আছিল। ঘোঁৰাদৌৰ চিকাৰ আদিৰ সংগীবোৰৰ লগত অতিমাত্ৰা সুৰাপাণ কৰা কাৰণে তেওঁৰ স্বাস্থ্য ভাগি পৰিছিল। এই কথাটোৱে দৈণীয়েক এনাক বৰ বেজাৰ দিছিল। দুস্থ পৰিবেশৰ পৰা আতৰি ইউৰোপত কিছুমান দিন অৱসৰ বিনোদন কৰিলে ইলিয়টৰ স্বাস্থ্য ভাললৈ আহিব পাৰে বুলি ভাবি এনাই ইলিয়টক লৈ সাগৰ যাত্ৰা কৰিলে। তিনিমাহৰ মূৰত ইলিয়টৰ স্বাস্থ্য বহুখিনি ভাললৈ আহিল কিন্তু ইলিয়টে পৰিয়ালৰ মাজত আকৌ মিলি যাবলৈ তেতিয়াও সাহ গোটাব পৰা নাছিল। এনা ইলিয়ট আৰু এলিগৰ নিউইয়ৰ্কলৈ উভটি আহিল আৰু ইলিয়টে নতুন এখন ব্যৱসায়ী অনুষ্ঠানত সহযোগী হিচাবে যোগ দিলে। কিন্তু ইলিয়টে আকৌ তেওঁৰ পুৰণা সংগী সকলৰ লগ লবলৈ আৰম্ভ কৰিলে আৰু কাৰো আপত্তি নুশুনি হেম্পষ্টিড বোলা ঠাই এখনত ডাঙৰ এটা ঘৰ সাজিবলৈ আৰম্ভ কৰিলে। এনা আৰু এলিগৰে ইলিয়টৰ ঘৰসজা কামত সহযোগ

কৰিলে—এমাই ভাবিছিল এই কামত ব্যস্ত থাকিলে ইলিয়ট সুস্থিৰ হ'ব। এলিগৰে দেউতাকৰ লগত বেচি সময় থাকিব পাৰিব বুলি এই ঘৰসজা কামটো বৰ ভাল পাইছিল। কিন্তু তেওঁলোকৰ এই সুখৰজীৱন অতি ক্ষণস্থায়ী হ'ল। ইলিয়টে অলপ দিনৰ ভিতৰতে তেওঁৰ পুৰণা সংগী-বোৰৰ লগত ঘোঁৰাদৌৰ আৰু আন আন খেল খেলিবলৈ আৰম্ভ কৰিলে আৰু চাৰ্কাচ এখনত ভাগলৈ ভৰি ভাঙিলে। ইলিয়টৰ ভৰিৰ বিষ অসহনীয় হ'ল—তেওঁৰ ব্যৱহাৰ তেওঁৰ মৰমৰ মানুহৰ প্ৰতিও বিদ্ৰোহী হৈ উঠিল—। ডাক্তৰে তেওঁক জিৰণি লবলৈ আন ঠাইলৈ যাবলৈ পৰামৰ্শ দিলে আৰু ইলিয়টে ঘৈণী ল'ৰাছোৱালীৰ পৰা বিদায় নোলোৱাকৈয়ে ঘৰৰ পৰা এদিন ওলাই গৈছিল—।

ইলিয়ণৰৰ গোটেই সক কাল ভোখৰ দেউতাকলৈ অপেক্ষা কৰোতেই গ'ল—। পিয়ন আহিলে দেউতাকৰ চিঠি আহিছে বুলি বৈ থাকে—খোৱাপাটত থাকোতে মানুহ অহা জাননী দিয়া টিলিঙাৰ শব্দ শুনিলে দেউতাক আহিছে বুলি চিঞৰিলৈ দৌৰি যায়। পৰিয়ালৰ সকলোৱে ঘৰবাৰী 'লিজ'লৈ দি ঘোঁৰা আদি বিক্ৰী কৰি পাহাৰী বা সাগৰৰ ওচৰৰ ঠাইলৈ গলে ইলিয়টৰ স্বাস্থ্য ভাললৈ আহিব বুলি ভাবিলে। ল'ৰা ছোৱালী দুয়োটিকে লৈ এনা ইলিয়টৰ লগতে গ'ল। এনাৰ গাটো বৰ ভাল নাছিল। তথাপি এনাই ইলিয়টৰ লগত চিকাৰৰ বাহিৰে সকলো ঠাইলৈকে গৈছিল। তেওঁলোক বাৰ্লিণৰ পৰা ইটালীলৈ গৈছিল। ইলিয়ট সুস্থ হৈ নুঠিল। সুৰাপাণ এৰি সুস্থিৰ হব নোৱাৰিলে। ইলিয়টক এটা মানসিক চিকিৎসালয়ত থৈ এনা ল'ৰাছোৱালী দুটিৰে ঘৰলৈ ঘূৰি আহিল। সকলো ধন-সম্পত্তি সুৰাপান কৰি উৰাব বুলি ককায়েক থিয়ডৰে সম্পত্তিৰ গৰাকী ঘৈণীয়েক আৰু ল'ৰাছোৱালীক কৰি দিব খুজিলে। ইলিয়টে এই কথাত সম্মতি দিয়া নাছিল। ককায়েকে ইলিয়টক ঘৰলৈ মাতি পঠিয়ালে আৰু সুস্থিৰ হৈ এটা ব্যৱসায়ত দায়িত্ববান হৈ কাম কৰিবলৈ উপদেশ দিলে। ইলিয়ট পেৰিচৰ পৰা নিউইয়ৰ্কলৈ উভটি আহিল।

ইলিয়টে তাঁৰ হৈ লিখিছিল মাকে যদি সুৰাপান কৰা অভ্যাসটো 'বেয়া বুলি নেভাবি অলপ মৰমৰ চকুৰে চাই দেউতাৰ লগত সহযোগ কৰিলেহেঁতেন দেউতাক হয়তো ভালেই হৈ গলহেঁতেন।

ইলিয়টে নিউইয়ৰ্কলৈ আহি ইলিয়নই (Illionis) বোলা ঠাইখনলৈ গৈ সুৰাপান ত্যাগ কৰিবৰ কাৰণে চিকিৎসা কৰিবলৈ আকৌ এবাৰ সেৱাকেন্দ্ৰ ( নাৰ্চিংহোম ) এটাত ভৰ্ত্তি হ'ল। যোৱাৰ আগতে ইলিয়টে এনাক মাত লগাই যাব খুজিলে। এনা দেখা কৰিবলৈ অমান্তি হ'ল। পাঁচ সপ্তাহ চিকিৎসাধীন হৈ থাকি ইলিয়টে তেওঁৰ ভনী জোঁং।য়েকৰ ব্যৱসায়ত যোগ দিলে। পৰ্বতীয়া ঠাইবিলাকত সীমাৰ গণ্ডগোল ঠিক কৰি—ৰেললাইন আদি স্থাপন কৰা কামবোৰ বৰ সহজ নাছিল। সেই ঠাইবোৰত ইলিয়টে সকলোৰে প্ৰিয়পাত্ৰ হৈ কাম আৰম্ভ কৰিলে। সৰু ল'ৰাছোৱালীবোৰে ইলিয়টক বৰ ভাল পায়—নিগ্ৰোবিলাকে ইলিয়টৰ গুণগান কৰে—দুখীয়া দুভৰ্গীয়া মানুহে ইলিয়টৰ পৰা সহায় পায় তেওঁক আশীৰ্বাদ দিয়ে। মানুহৰ ঘৰলৈ গৈ আন আন পৰিয়ালৰ লগত মিলিছিল কাৰণে সেই ঠাইবিলাকৰ মানুহ ইলিয়টৰ বন্ধু হৈ পৰিল। ইলিয়ট যেন তেওঁৰ দৃঢ়মনা পৰিবাৰ আৰু জীৱনত কৃতকাৰ্য্য লভা ককায়েকৰপৰা আঁতৰত থাকিলে বেচি ভালে থাকে। যদিও তেওঁ এবিংডণ বোলা ঠাইখনত নিজকে প্ৰতিষ্ঠা কৰি লৈছিল তেওঁ যেন সদায় নিজৰ পৰিয়ালৰ লগত লগ হবলৈ হাবিয়াস কৰিছিল—তেওঁক যেন কোনোবাই নিৰ্বাসন হে দিছে—এনালৈ চিঠি লেখিলে সদায় তেওঁক ক্ষমা কৰিবলৈ অনুৰোধ কৰিছিল। "মই দুখ বেজাৰত আৰু লাজত ম্ৰিয়মান হৈছোঁ। তুমি মোৰ তুলনাত কিমান ভাল। তুমি একোৱেই পাপ কৰা নাই—পাপ কি তুমি নেজানা। লাজ আৰু অনুশোচনাতে মই কিমান কষ্ট পাইছোঁ তুমি বুজিব নোৱাৰিবা····· "

এনাই মনৰ অন্তৰ্দ্দণ্ডত সময়বোৰ কটাইছিল। আকৌ ইলিয়টক মাতি আনি জীৱন আৰম্ভ কৰিবলৈ চেষ্টা কৰিব খোজে—আকৌ ভয় হয় ইলিয়টে কিজানি আগৰ দৰেই মদ খাই পগলামি আৰম্ভ কৰে। এনাৰ

গা বৰ বেয়া। অকণমাণি ইলিয়ণৰে মূৰ পিটিকি দিয়ে অকণমাণি আঙুলি ক্লেইটাৰে। সাত বছৰ মাথোন বয়স কিন্তু মাকক অলপ সহায় আৰু সেৱা কৰিব পাৰিছে বুলি মনত আনন্দ পায়। পৰিয়ালৰ মানুহ বিলাকে দেউতাকৰ কথা আলোচনা কৰে ইলিয়ণৰে ভাবে দেউতাকে কিজানি বৰ বেয়া কাম কৰিছে কিন্তু অকণমাণি ইলিয়ণৰে দেউতাকক কেতিয়াও বেয়া বুলিব নোৱাৰে। অ'ৰ ত'ৰ পৰা কথা শুনি, মাকৰ দুখ দেখি, ইলিয়ণৰ মন দোমোজাত থাকি যায়। দেউতাকক ইমান তেওঁ ভক্তি কৰে ইফালে মাকৰ ইমান দুখ হৈছে—কোনটো যে ভাল কোনটো যে বেয়া অকণমাণি মনটোৱে বুজি নেপায়।

এনাই নিউইয়র্কলৈ গৈ এটা ঘৰ লৈ সাহসেৰে নতুন এটা জীৱনৰ পাতনি মেলিলে। নিউইয়র্কৰ আভিজাত্য সমাজত এনাৰ দৰে সুন্দৰী উপযুক্তা মহিলাৰ অকলশৰে জীৱন কটোৱা সচাকৈয়ে টান হৈ পৰিছিল। তথাপি এনাই দিনত সামাজিক কাম বিলাকত ব্যস্ত থাকিলেও গধূলিৰ সময়ছোৱা একেবাৰে ল'ৰাছোৱালীৰ কাৰণে থৈ দিছিল। এনাই ল'ৰাছোৱালীকেইটাক কেনেকৈ সুশিক্ষা দিব আঁচনি কৰিলে। সৰু ইলিয়টক কিণ্ডাৰ গার্টনলৈকে পঠিয়াব পাৰিব। সকলো সমস্যা ইলিয়ণৰক লৈয়েই হল। এলিনৰৰ শিক্ষাৰ ভেটিটো ভালকৈ গঢ় দিব লাগিব। ছোৱালীৰ জীৱনৰ কৃতকাৰ্য্যতাৰ কাৰণে সুবংশ আৰু সৌন্দৰ্য্য থাকিলেই যথেষ্ট বুলি এনাই ভাবিবলৈ এৰিলে। এনাৰ মতে এলিণৰৰ নাৰী হিচাবে কৃতকাৰ্য্য লভিবলৈ সৌন্দৰ্য্য নাই। সেই কাৰণে এনাই এলিণৰক সুশিক্ষা দিবলৈ যত্ন কৰিলে। পৰিয়ালত হোৱা অশান্তিবোৰ দেখি-তেওঁৰ লাজকুৰীয়া আৰু অগুৱনী ছোৱালীটিয়ে মনত বৰ দুখ পাইছে বুলি এনাই বুজি পাইছিল। সদায় ছোৱালীজনী'লৈ এনাই পঢ়িবলৈ লয়—সাধুকথাকৈ ছোৱালীজনীৰ মনত শান্তি দিবলৈ চেষ্টা কৰে। নিজৰ থকা ঘৰটোৰ ওপৰতলাত মিঃ ৰজাৰ নামৰ এজন শিক্ষকৰ ওচৰত আৰু কেইজনীমান ছোৱালীৰ লগত পঢ়িবলৈ এটা স্কুলৰ দৰে কৰি দিলে। কিন্তু প্ৰথমদিনাই এলিণৰে প্ৰায় সদায়

লেখি থকা House বানানটো ভুলকৈ বানান কৰি মাকক দুখ দিছিল— মাকে বৰ লাজ পাইছিল । এলিনৰে ভাওৰ হৈ ভাবে এইবোৰ ভুল কিজানি মাকৰ মনত দুখ দিবলৈকে তেওঁ কৰিছিল। দেউতাকক আতৰাই পঠোৱাৰ কাৰণে মাকক তেওঁ দোষী বুলি ভাবিছিল। শনিবাৰে শনিবাৰে হোৱা মইনাৰ মেল আদিত এলিনৰে অচিনাকী ছোৱালীৰ লগত মিলিব নোৱাৰি কান্দি দিয়ে । মাকৰ এই লৈ মহা সমস্যা। মাকৰ আকৌ গা বেয়া হ'ল । আঠবছৰৰ জন্মদিনৰ দিনা এলিণৰে আইতাকৰ ঘৰত মাহীয়েকহঁতৰ ঘৰতে কটালে । দেউতাকৰ পৰা অহা এখন চিঠি মাকে এলিণৰলৈ পঠিয়াই দিলে । "তোমাৰ দেউতা তোমাৰ লগত নাই বুলি মোৰ তোমালৈ মৰম নাই বুলি নেভাবিবা। তোমাক মোৰ বৰ মৰম লাগে-অলপতে কিজানি মই সুস্থসবল হৈ গৈ তোমাক লগ পাওঁৱেইবা। তুমি আৰু মই আকৌ আগৰ দৰে একেলগে ধেমালি কৰি সময় কটাব পাৰিম . . ."

এনাৰ অস্ত্রোপচাৰ কৰাৰ সময়ত এলিয়ট এনাৰ ওচৰত থাকিব খুজিছিল। এনাই আহিব নেলাগে বুলি ক'লে এনাৰ ঘোৰশনকা ( ডিফটেৰিয়া ) বেমাৰ হ'ল আৰু শেষত মৃত্যু শয্যা ল'লে। ইলিয়টে দুখ কৰি লেখিছিল "মই এনাৰ কাৰণে ইমান ঘৃণনীয় হৈ পৰিছোঁ বুলি ভাবি মোৰ বৰ দুখ লাগিছে। অসুখৰ সময়ত বা বিপদৰ সময়তো মোৰ ঘৈণীয়ে মোক ওচৰত বিচৰা নাই। এইটো বৰ বেজাৰ আৰু আচৰিত লগা কথা। এনাই মোক ভয় কৰে। ঈশ্বৰক সাক্ষী কৰি কওঁ মই এনাৰ ভালপোৱা আৰু বিশ্বাসৰ সম্পূৰ্ণ যোগ্য—। মই সুৰাপান কৰি থকা অৱস্থাতো এনাৰ প্ৰতি কেতিয়াও নিষ্ঠুৰ হৈ অসন্মান জনক কথা কোৱা নাই।" এনাৰ মৃত্যু হ'ল। ইলিয়টে ততাতৈয়াকৈ নিউইয়ৰ্কলৈ যাত্ৰা কৰিলে। মাক ঢুকুৱা পনচল্লিশ বছৰৰ পাচত এলিনৰে লিখা কথাখিনি মাকৰ মৃত্যুৰ কথাতকৈ দেউতাক উভটি অহা কথাৰ বিষয়ে বেচিকৈ লেখিছে। "মৃত্যুৰ বিষয়ে মই একোৱেই নেজানো কিন্তু দেউতা আহিছে দেউতাক মই আকৌ দেখিম মাৰ মৃত্যুত

দেউতাৰ পৰাজয় হৈছে—ইমান শোকলগা কথা।" মাকে নিজৰ মাকক লৰাছোৱালী কেইটাৰ অভিভাৱক কৰি থৈ গৈছে। আইতাকে ইলিয়টক লৰাছোৱালী কেইটাৰ দায়িত্ব লব পাৰিব বুলি নেভাবে। "দেউতাৰ পৰিবাৰ নাই—ল'ৰাছোৱালী লগত নাই—দেউতাৰ একো আশাই নাই।" দেউতাকৰ কাৰণে এলিণৰে কান্দে। তেওঁলোকৰ যত্ন আৰু দায়িত্ব দেউতাকে লব নোৱাৰিব বুলি এলিণৰে বিশ্বাস নকৰে। কিন্তু বৰদেউতাক জেঠায়েক কাৰো ইলিয়টৰ ওপৰত আস্থা নাই। মাক ঢুকুৱাৰ পাচত আইতাকৰ লগত সুখ স্বচ্ছন্দ্যাৰ মাজত এলিণৰ ডাঙৰ হ'ব বুলি বয়োজ্যেষ্ঠ সকলে ভাবিছিল। ইলিয়টে জীয়েকক শান্ত্বনা দিয়ে "তুমি আৰু মই আকৌ একেলগে থাকিম—তুমি ভালকৈ পঢ়া শুনা কৰি ডাঙৰ হোৱা—তোমাক লৈ যাতে মই গৌৰৱ অনুভৱ কৰিব পাৰোঁ। কাকো বেছি আমনি নিদিবা তোমাক চাবলৈ মই প্ৰায়েই আহি থাকিম।"

দেউতাক গ'লগৈ। এলিণৰ অকলশৰীয়া হ'ল। দেউতাকৰ লগত কৰা গোপন চুক্তিখিনিৰ স্মৃতিৰে আইতাকৰ ঘৰত নতুন পাৰি-পাৰ্শ্বিকতাত নিজকে খাপ খুৱাবলৈ বৈ গ'ল— ।

এলিণৰলৈ দিয়া দেউতাকৰ চিঠিবোৰ আছিল বৰ মৰম সনা। দেউতাকৰ মৃত্যুৰ পাচত এলিনৰে গোটেই জীৱনটো চিঠিবোৰ লৈ ফুৰিছিল—এলিনৰে কয়—জীয়াই থকা কালত সোঁৱৰণীবোৰ লৈ যি মানুহ থাকে তাৰ কাৰণে মানুহৰ মৃত্যু নহয়। চিঠিবোৰ পঢ়ে—পুনৰ পঢ়ে আৰু প্ৰতিবাৰেই দেউতাকৰ উপস্থিতিৰ যাদুৱে তেওঁৰ মন ভৰি উঠে—"দেউতা মোৰ সপোনতে জীয়াই আছে"—এলিণৰে কয়।

এনা ঢুকুৱাৰ পাচত ইলিয়টে এলিণৰৰ শিক্ষাৰ বিষয়ে কি ভাবিছে —প্ৰফেচাৰ বজাৰৰ যোগেৰে মিচেচ হাল মানে এলিণৰৰ আইতাকক সুধিছিল। ইলিয়টে কৈছিল—"মোৰ ছোৱালীজনী বৰ ভাল তাইৰ এটা বিবেক আছে—"। শিক্ষাৰ প্ৰয়োজনীয়তাৰ বিষয়ে দেউতাকে এলিণৰলৈ লিখিছিল—"তুমি যেতিয়া লিগিৰী এজনী লৈ ফুৰিবলৈ ওলোৱা তেতিয়া তেওঁক তুমি ৰব সাজি থকা ঠাইলৈ লৈ যাবলৈ ক'বা।

তাত কাম কৰা মানুহবোৰে ইটোৰ পাচত সিটো ইটা সজাই ঘৰ সাজি থাকে। তোমাৰ অকণমানি মূৰটোলৈ বহুতে এটাৰ পাচত এটা চিন্তা বা ভাবধাৰা কৰিয়াই লৈ আহে। এই চিন্তা বা তথ্যবোৰে ইটাবিলাকৰ দৰে তোমাৰ মূৰটোত ঘৰ সাজি আছে। শিক্ষক-শিক্ষয়িত্ৰীসকলে সত্য প্ৰেম আৰু শিক্ষাৰ দ্বাৰা এই তথ্যবোৰ তোমাৰ অকণমানি মগজুত সজাই তুলিব আৰু তেতিয়া তুমি আমি কৈ থকা শিক্ষা বোলা বস্তুটো লাভ কৰিবা। তুমি কেতিয়াবা কেতিয়াবা বৰ খহটা খহটা পাথৰৰ দৰে তথ্য পাবা। শিক্ষক শিক্ষয়িত্ৰীসকলে মৰমেৰে তোমাক এই পাথৰবোৰ মিহি কৰি দিব। কিছুমান আকৌ বিদ্ৰোহী বিপ্লৱী তথ্যও পাবা। "সদায় সোনকালে উঠিব লাগে—আত্মপ্ৰসাদ লাভ কৰা সন্তুষ্ট মনৰ ছোৱালী হব লাগে" ইত্যাদি—এইবোৰ তথ্য মনে সহজে নেমানে। বিপ্লৱ কৰিব মন যায়। কিন্তু শিক্ষাদাতা সকলে বুজাই বুজাই এইবোৰ মানি লবলৈ কয়—আৰু প্ৰকৃত শিক্ষাও আৰম্ভ হয়। শিক্ষক সকলে অভিজ্ঞতাৰ দ্বাৰা লৰাছোৱালীৰ মাজত শিলস্বৰূপ সৰু সৰু তথ্যবোৰৰে শিক্ষাৰ ঘৰ এটা সাজে। তুমি সদায় ভাল ঘৰ এটালৈ থাকিবলৈ ভাল পাবা নহয় জানো? দেখিবলৈ অশুৱনি ঘৰ এটা তোমাক কেতিয়াও নেলাগে—। তোমাৰ মাহীদেউহঁতক এই চিঠিখন বুজাই দিবলৈ ক'বা—।"

এলিণৰ পৰিশ্ৰমী ছোৱালী আছিল। তেওঁ লাহে লাহে আত্মবিশ্বাস আয়ত্ব কৰিলে। তেওঁৰ শিক্ষয়িত্ৰী মিচ টমাচে ভাবিছিল যে ভাল বংশৰ ছোৱালীবিলাক কলেজলৈ নেযায়—সেই কাৰণে অংক ভালকৈ নিশিকিলেও হয়—। কিন্তু দেউতাকে এলিণৰক অংক এৰি দিব লাগে বুলি নকৈছিল। অংকৰ বাহিৰে এলিণৰে আন আন বিষয় বিলাকত— ভাল কৰিলে—সুব্যৱহাৰ আৰু কৰ্ত্তব্যপৰায়ণতাৰ কাৰণে এলিণৰে কেৱল শ্ৰেণীৰ ভিতৰত অগ্ৰীম পাঠ পঢ়িবৰ যোগ্য বুলি মনোনীত হ'ল। এলিণৰৰ মন গৌৰৱেৰে ভৰি উঠিল।

ইষ্টাৰৰ ( Easter ) সময়ত হোৱা ধৰ্ম্মীয় অনুষ্ঠানটোত ইলিয়টৰ

বসন্ত থাকে ভায়লেট ফুলৰ থোপা জীয়েকলৈ পঠিয়াবলৈ। "তোমাৰ প্ৰাৰ্থনাপুথিখনৰ মাজত এই ফুলবোৰ থৈ দিবা।" এলিণৰৰ গোটেই প্ৰাৰ্থনা কণ্ঠস্থ। মাক এনাৰ পৰা ঈশ্বৰৰ প্ৰতি ভক্তি আৰু বিশ্বাসৰ শিক্ষা এলিণৰে লাভ কৰিছিল, দেউতাক ইলিয়টো আছিল ধৰ্ম্মপৰায়ণ। নিৰ্জ্জনে প্ৰাৰ্থনা কৰি এলিণৰলৈ লিখিছিল "আজি গোটেই দিনটো মই তোমাৰ সুখ আৰু শান্তিৰ কাৰণে প্ৰাৰ্থনা কৰিছোঁ…

এলিণৰৰ কেৱল দেউতাকৰ ওচৰত থাকিবলৈ মন গৈ থাকে। দেউতাকৰ লগত থাকিলেহে তেওঁৰ ঘৰত থকা যেন লাগিব। কিন্তু দেউতাকে ল'ৰাছোৱালীৰ দায়িত্ব লব পাৰিব বুলি কোনেও বিশ্বাস নকৰে। ইতিমধ্যে এলিণৰৰ ভায়েক এলিৰ মৃত্যু হ'ল। এলিৰ মৃত্যুৰ পাছত দেউতাকে এদিন এলিণৰক চাবলৈ আহিছিল। নিজৰ আত্মজীৱনীত এলিণৰে এটা সৰু ঘটনা বৰ্ণনা কৰিছে। দেউতাকে ৬ টা কুকুৰ লৈ এলিণৰক ফুৰাবলৈ লৈ গ'ল। তিনিটা কুকুৰেৰে সৈতে "নিকাৰবুকাৰ" বোলা এটা ক্লাবত এলিণৰক এৰি থৈ ছয় ঘণ্টালৈ দেউতাকৰ একো খবৰেই নাই। এইবোৰ কাৰণতে ইলিয়ট আৰু এলিণৰৰ মনত দুয়োৰে হেঁপাহ থকা স্বত্বেও একেলগে থকা কেতিয়াও নহ'ল। কেৱল মৰমসনা কোমল চিঠিবোৰৰ যোগেৰে দুয়োজনৰ মাজত সম্বন্ধ ৰৈ গ'ল। দুখনি হিয়া এখন অকণমাণি আৰু এখন কিবা নোপোৱাৰ বেদনাত ভাঙি চুৰমাৰ হৈ যোৱা—সদায় বেলেগ হৈ দূৰে দূৰেই থাকি গ'ল। পৰিয়ালৰ বয়োজ্যেষ্ঠ সকলৰ কথোপকথনৰ পৰা এলিণৰৰ মনত ধাৰণা হৈছিল যে তেওঁৰ দেউতাকে বৰ বেয়া ধৰণেৰে জীৱন নিয়াইছে। দেউতাকৰ চিঠিবোৰত থাকে বহুত প্ৰতিশ্ৰুতি কিন্তু দেউতাকৰ প্ৰতিশ্ৰুতিখিনি চিঠিতেই থাকি যায়,—কেতিয়াও পূৰণ নহয়। চিঠি আৰু কামৰ মাজত ইলিয়ট সামঞ্জস্যহীন হৈ পৰিছিল। ১৮৯৪ চনৰ ১৪ অক্টোবৰৰ দিনা ইলিয়টৰ মৃত্যু হ'ল। বৰকৈ মদ খাবলৈ ধৰাত স্বাস্থ্য বেয়ালৈ ঢাল খাইছিল। মৃত্যুৰ সময়ত তেওঁৰ কাষত আপোন মানুহ বুলিবলৈ কোনোৱেই নাছিল। বাটত লবিফুৰা সৰু ল'ৰা-

ছোৱালীবোৰে ইলিয়টৰ ঘৰটোৰ সন্মুখত ক'লা ফিটা দেখি কৈছিল "ইলিয়ট টু কাল"—যদি কোনোবাই সোধে "ইলিয়ট কোন"? তেওঁলোকে হয়তো ক'ব "আমি কব নোৱাৰো"। কাৰণ ইলিয়টে শেষৰ দিনে আপোন মানুহ বন্ধু-বান্ধৱ এৰাই চলিছিল। কজভেল্ট উপাধিটো নামৰ পিচত নেলেখিছিল। অকলশৰীয়াকৈ নিজান ঠাইত তেওঁ থাকিবলৈ বাচি লৈছিল। ডাক্তৰজন আৰু লগুৱাটো মৃত্যুৰ সময়ত তেওঁৰ ওচৰত আছিল। তেওঁৰ মৰণ বাতৰিয়ে বহুতৰে মনত দুখৰ ছাঁ পেলালে কাৰণ সমাজত এসময়ত শ্ৰী আৰু শ্ৰীমতী কজভেল্টৰ দৰে সৰবৰহী আৰু সকলোৰে প্ৰিয় দম্পতি খুব কমেই আছিল।

দেউতাকৰ মৃত্যুৰ পাছত এলিণৰৰ দেউতাকৰ লগত একেলগে থকাৰ সপোন ভাঙিল। বাস্তৱৰ সন্মুখীন হবলৈ এলিণৰ প্ৰস্তুত হ'ল। এলিণৰৰ কাৰণে দেউতাক আছিল আদৰ্শ স্বৰূপ—সেই কাৰণে দেউতাকে তেওঁক কল্পনা কৰি লোৱা ছবিখন বাস্তৱত ৰূপায়িত কৰিবলৈ যত্ন কৰিছিল। মহৎ ধীৰ সাহসী বিশ্বাসপৰায়ণ ছোৱালী হৈ এলিণৰে নিজৰ জীৱনৰ কাৰ্যাৱলীৰে দেউতাকৰ তেওঁৰ প্ৰতি থকা অগাধ বিশ্বাসক প্ৰতিপন্ন কৰিলে আৰু মাকৰ তেওঁৰ প্ৰতি থকা অপদাৰ্থৰ মনোভাৱক উকৰাই দিলে।

জীৱনৰ আৰম্ভণিতে এটাৰ পাছত এটাকৈ দুখ পাই এলিণৰে সকলো দুখবেজাৰক শান্তভাবে লবলৈ শিকিলে। দেউতাকৰ মৃত্যুৰ পাচত আইতাকৰ ঘৰত নিজকে সেইঘৰৰ মানুহ নহয় বুলি বেছিকৈ অনুভৱ কৰিলে। লাজকুৰীয়া, শান্ত, সাজপোছাকত অনিপুণ, নিৰাপত্তাহীন বুলি অনুভৱ কৰা এলিণৰে সহজতে আনৰ লগত বন্ধুত্ব কৰিব নোৱাৰিছিল পৃথিৱীত অসংকোচমনে পূৰ্ণআত্মপ্ৰত্যয়েৰে চলিবপৰাৰ আগতে তেওঁৰ ককাকে এলিণৰক শিকোৱা কথাখিনিৰ তাৎপৰ্য বুজিব লাগিব। ককাকে কৈছিল "মানুহৰ মৰম তুমি গ্ৰহণ কৰিবা আৰু মানুহে তোমাক তেতিয়া মৰম কৰিব।"

আইতাক মিচেচ হান মৰমীয়াল আছিল। এলিণৰৰ সৰু ভায়েকৰ

কাৰণে তেওঁ কৰিব পৰা শক্তিৰে সকলোখিনি কৰিছিল—কিন্তু তথাপিও এলিণৰ আৰু তায়েক সদায় অৱহেলিত ল'ৰাছোৱালীৰ দৰে ভাওৰ দীঘল হৈছিল। শিশুৰ আত্মমৰ্যদা গঢ়ি তোলা, শিশুক নিৰাপত্তাৰ ভাব দিব পৰা, মাক দেউতাকৰ মৰম আৰু যত্নৰ পৰা এই শিশুটি সদায় যেন বঞ্চিত আছিল। এদিন এলিণৰৰ স্কুললৈ পিন্ধি যোৱা চোলাত চিয়াঁহী পৰিলে। এলিণৰে সেইখিনি কলৰ পানীত ধুই দিওঁতে চিয়াঁহী চোলাত বিয়পি পৰিল। সেই চোলা পিন্ধিয়ে স্কুললৈ গ'ল। টকা পইচাৰ অভাৱৰ কাৰণে এলিণৰৰ সাজপোচাক ইমান নিকৃষ্ট হোৱা নাছিল। আইতাকে ছয়োটা ল'ৰা-ছোৱালীৰ ভৰণ-পোষণৰ কাৰণে দেউতাক মাকে এৰি থৈ যোৱা বছৰতো ন্যাসৰপৰা ৭,৫০০ ডলাৰ পাইছিল কেৱল যত্নৰ অভাৱৰ কাৰণেহে এলিণৰৰ সাজপোচাক আন ছোৱালীৰ তুলনাত বেয়া হৈছিল। আইতাকৰ ঘৰটোত সৰু ল'ৰা-ছোৱালীয়ে খেল-ধেমালি কৰি আনন্দ পোৱাৰ পৰিবেশ নাছিল। এলিণৰৰ অসুখী জীৱনে তেওঁক জীৱনত কৃতকাৰ্য লভিবলৈ আৰু বেছি ইন্ধন জোগালে। শ্ৰেণীৰ ছোৱালীয়ে বাহিৰত বিয়া বা আনধৰণৰ কিবা শোভাযাত্ৰা দেখিলে দৌৰি শ্ৰেণীৰ বাহিৰলৈ গৈ চাইগৈ। কিন্তু এলিণৰ সদায় নিজৰ কামত স্থিৰ—শ্ৰেণীৰপৰা দৌৰি বাহিৰা কথা চাবলৈ মন নকৰে। "হাল" বোলা ভায়েকটোলৈ সদায় চিঠি লিখে। শ্ৰেণীৰ বান্ধৱীবিলাকে যদি কয় "কালি তুমি তালৈ চিঠি লিখিছিলা "নহয়—আজি আকৌ কেলৈ চিঠি লিখিব লাগে।" এলিণৰৰ সকৰেপৰা শান্ত সৌম্য উত্তৰ—"তালৈ মই সদায় চিঠি লিখি তাৰ মনত এটা নিৰাপত্তাৰ ভাৱ সুমুৱাই দিব খুজিছোঁ। "মই আছো তোৰ ভয় নাই" এই ভাৱ। সৰুৰেপৰা কিমান বুজন ধীৰ আছিল এলিণৰ। শিক্ষক মিঃ বোজাৰে এলিণৰৰ লিখনিৰ প্ৰকাশ ভংগী দেখি শলাগিছিল আৰু কিছুমান গল্প-প্ৰবন্ধ প্ৰকাশৰ উপযোগী বুলি অভিমত দিছিল। এই লিখনি বিলাকত এলিণৰৰ পৰ্যবেক্ষণ শক্তি আৰু তেওঁৰ নৈতিকতা প্ৰৱণ মনটোৰ পৰিচয় বৰ ভালকৈ পোৱা যায়। ল'ৰালি কাল

পাৰ হৈ কৈশোৰত ভৰি দিয়াৰ লগে লগে এলিণৰে প্ৰকৃতিৰ বুকুত বিমুগ্ধ হবলৈ শিকিলে। খোকমোকালিতে উঠি মাহীয়েক এগৰাকীৰ লগত হাবিৰ মাজে মাজে নৈৰ ওচৰলৈ গৈ নাৱত উঠি ফুৰি চাহখোৰা মেজত সকলো বহাৰ আগতে উভটি আহিবলৈ এলিণৰে বৰ ভাল পাইছিল। ল'ৰালিৰ সোঁৱৰণী বুটলি পঞ্চাশ বছৰৰ পাচত এলিণৰে এই কথাখিনি লেখিছিল। গৰমৰ দিনকেইটা আইতাকৰ ঘৰত এলিণৰৰ বৰ ভাল লাগে—ঘাঁহত শুই শুই বা চেৰীগছৰ ওপৰত কিতাপ এখন লৈ পঢ়ি থাকি এলিণৰৰ সময় কাটি গৈছিল। কেতিয়াবা কিতাপত মজি থাকি ভাত খাবলৈ আহিবলৈকে পাহৰি যায়। সকলোধৰণৰ কিতাপ তেওঁ পঢ়িছিল। কিতাপ পঢ়ি কিবা প্ৰশ্ন কৰিলে প্ৰশ্ন সুধিবনলগীয়া বা উত্তৰ দিবলৈ অসুবিধাজনক প্ৰশ্ন সুধিলে সেই কিতাপখন মেজৰ পৰা অন্তৰ্ধান হয়—সেই কিতাপ পঢ়িবলৈ দিয়া নহয়। দেওবাৰৰ ৰাতিপুৱা এলিণৰৰ মেজৰপৰা আন কিতাপবোৰ নেথাকে। কেৱল ধৰ্ম্মপুথিখনহে এলিণৰৰ মেজত দেখিবলৈ পাইছিল।

চৈধ্যবছৰ বয়সত এলিণৰৰ ভাব প্ৰৱল হৈ পৰিছিল আৰু নিজৰ মনোভাৱক প্ৰকাশ কৰিব পাৰিছিল। সেই সময়ত এলিণৰে লিখা "অভিলাষ" বোলা ৰচনাখনত তেওঁৰ মনোভাৱ ভালকৈ ফুটি উঠিছিল। জীৱনত কৃতকাৰ্যতা লভি ডাঙৰ মহৎ হৈ সময়ৰ বালিত খোজ থৈ যাবলৈ ইচ্ছা কৰাৰ কথা তাত ফুটি উঠে। যদিও উচ্চাভিলাসী এলিণৰ সদায় বিশ্বাসপৰায়ণতা, বন্ধুত্ব আৰু আনক সেৱা কৰাৰ মনোভাৱক জীৱনত আগ ঠাই দিছিল। মাইকী মানুহৰ বিশ্বাসপৰায়ণতা গুণটোৰ অভাৱ আৰু সেইকাৰণে মাইকী মানুহে সহজে বন্ধুত্ব কৰিব নোৱাৰে। এইমাত্ৰ ল ল থ থ কৰি পিচ পাকতে এগৰাকী মহিলাই আনজনৰ বদনাম কৰলৈ অকণো সংকোচ নকৰে। এলিণৰে সকতেই এই কথা লক্ষ্য কৰিছিল আৰু মনত দুখ পাইছিল।

এলিণৰৰ ককাদেউতাক আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি থিয়ডৰ

কজভেন্টৰ কন্যা এলিচ কজভেল্ট এলিণৰৰ সমনীয়া। এলিচ আৰু আন আন সমনীয়া ছোৱালীবিলাকে এলিণৰক বৰ আমনি লগা ছোৱালী বুলি ভাবিছিল। এলিণৰ আছিল সদায় সঁচা কথা কোৱা ছোৱালী। জীৱনৰ সঁচা কথা কিছুমান জানিলে দোষণীয় বুলি এই কথাবোৰত ছোৱালীৰ লগত ভাগ নলৈছিল। এলিণৰৰ গহীন স্বভাবে লগৰীয়া ছোৱালীবিলাকক আমনি দিছিল। এদিন ছোৱালীবিলাকে কোৱা "বেশ্যা" শব্দটোৰ মানে কি নেজানি আইতাকক সোধাত আইতাকে এইবোৰ কথা—সৰু ছোৱালীবিলাকে জানিবলগীয়া কথা নহয় বুলি কোৱাত এলিণৰে আৰু সুধিলে। লগৰীয়া ছোৱালী-বিলাকে এইবিলাক কথা বাইবেলত পোৱা যায় বুলি এলিণৰক জোকাইছিল।

এলিণৰ পোন্ধৰ বছৰীয়া হোৱাত নিজৰ ঘৰৰ পৰিবেশ ভাল নেদেখি আইতাকে এলিণৰক ইউৰোপৰ এখন বৰ্ডিংস্কুললৈ পঠিয়াবলৈ মন কৰিলে। কজভেল্ট পৰিয়ালৰ ভাল লগা বৰ্ডিংস্কুলখন আছিল "এলেনচউড" এলিণৰৰ মাক দেউতাকে এই স্কুলখন বৰ ভাল পাইছিল। "এলেনচউড"ত এলিণৰৰ জীৱনৰ এটা নতুন অধ্যায় আৰম্ভ হ'ল। লণ্ডনৰ উপকণ্ঠস্কুলৰ "এলেনচউড" নামৰ স্কুলখনত এলিণৰে নাম লগালে। এই স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী মিলে চভেষ্টাৰৰ সেই সময়ত শিক্ষাজগতত পাৰৰ্দশী মহিলা বুলি নাম আছিল। 'এলেনচউড'ৰ মৰমসনা বন্ধুত্বময় পৰিবেশত এলিণৰৰ মন ঠন ধৰি উঠিল—তেওঁ যেন জীৱনটো নতুনকৈ আৰম্ভ কৰিলে। প্ৰথমবাৰৰ কাৰণে তেওঁৰ মনৰ-পৰা ভয়ৰ ভাব নাইকিয়া হ'ল। তেওঁৰ ব্যক্তিত্ব বিকশিত হৈ উঠিবলৈ ধৰিলে। পঢ়াশুনাত এলিণৰ ভাল ছাত্ৰী আছিল কিন্তু তাতোকৈয়ো এলিণৰৰ হৃদয়ৰ অকলুষ গুণৰাশিয়ে সকলোকে আকৃষ্ট কৰিছিল। মিলে চভেষ্টাৰে এলিণৰৰ আইতাকলৈ লিখিছিল "এলিণৰৰ হৃদয়ৰ পবিত্ৰতা আৰু চিন্তাৰ মহানতাৰ বিষয়ে আপুনি কোৱা কথাবোৰ এলিণৰে ইয়াৰ আন আন আনকি সম্পূৰ্ণ অচিনাকিবজনৰ লগত হোৱা

আচৰণেৰে ভালকৈ প্ৰতিপন্ন কৰিছে। সম্পূৰ্ণকৈ হৈ ছুঠা বা সাধু ন্যায়-সংগত কথা নহলে এলিণৰ সহজতে প্ৰভাৱান্বিত নহয়। এলিণৰে আনক সোঁবাটে যাবলৈ প্ৰভাৱান্বিত কৰিব পাৰে।"

মিলে চভেষ্টাৰ সেই সময়ৰ লণ্ডনৰ এগৰাকী বিশিষ্টা মহিলা। নিজৰ দৃঢ়মতবাদ আৰু চিন্তাৰে সদায় তেখেতে নিজক পৰিচালিত কৰিছিল। সেই সময়ৰ এজন নামজ্বলা দাৰ্শনিক ঔপন্যাসিক আৰু প্ৰাপ্তবয়স্ক শিক্ষাৰ ক্ষেত্ৰত অগ্ৰণী এমিল চভেষ্টাৰৰ তেওঁ জীয়ৰী আছিল। দেউতাকৰ চিন্তাধাৰাৰ দ্বাৰা মিলে চভেষ্টাৰ প্ৰভাৱান্বিত হৈছিল। কৃষ্টি-কলা আৰু ৰাজনীতিৰ প্ৰতি এটা নৈতিক আগ্ৰহ তেখেতে দেউতাকৰ পৰা লাভ কৰিছিল। এই বিশিষ্টা শিক্ষয়িত্ৰী গৰাকীৰ ছাত্ৰীসকলৰ মনত এটা অদম্য উৎসাহ জগাই তুলিব পৰা শক্তি আছিল। ছাত্ৰীসকলৰ সাহসপূৰ্ণ অভিমতক তেখেতে উৎসাহিত কৰিছিল আৰু তেওঁলোকৰ ৰাইজৰ প্ৰতি থকা কৰ্তব্যৰ প্ৰতি গভীৰ অনুভূতি এটা মনত সুমুৱাই দিব পাৰিছিল। এই শিক্ষয়িত্ৰীগৰাকীয়ে ছাত্ৰীসকলক নিজে চিন্তা কৰি যুক্তিৰে কথা ফঁহিয়াই চাবলৈ শিকাইছিল। পুৰণা যুক্তিহীন কথাৰ বান্ধোনৰপৰা এই মহিলাগৰাকীয়ে নিজকে মুক্ত কৰিছিল আৰু তেখেতৰ আস্থাভাজন ছাত্ৰীসকলক সদায় মুকলিমনেৰে নজনা কথা জানিবলৈ আগ্ৰহশীল হবলৈ উদগনি দিছিল। এই কথাবোৰে এলিণৰে ইমানদিনে মাক আৰু আইতাকৰ পৰা শিকি অহা চিন্তাধাৰাত তোল-পাৰ লগাইছিল। মাক আৰু আইতাকে সমাজৰ কথা মানি চলি— সমাজৰ সমৰ্থন বা স্তুতি লাভ কৰা কামবোৰ ভাল বুলি মত পোষণ কৰিছিল। মিলে চভেষ্টাৰৰ এলিণৰৰ প্ৰতি বেলেগ এটা মৰম আছিল। এই দুখ পাই অহা বিশিষ্টা ছোৱালীটিক কিবা এটা তেখেতৰ নিজস্ব মানসিক সম্পদেৰে উদ্ভাষিত কৰিব পাৰিব বুলি ভাবিছিল। মেডেম চভে-ষ্টাৰৰ সমাজসেৱাৰ মনোভাৱে এলিণৰক আকৃষ্ট কৰিলে। মানৱধৰ্মৰ প্ৰতি সজাগ থকা ইংলণ্ডৰ বহু মনীষাৰ চিন্তাধাৰাৰে তেখেতৰ মতবাদ পৰিপুষ্ট হৈছিল। সেইকাৰণে মেডেম চভেষ্টাৰে তেখেতৰ ছাত্ৰীবিলাকক

ব্যক্তিত্বময়ী নাৰীহিচাবে জীৱনত বিকশিত কৰিবলৈ চেষ্টা কৰিছিল। জীৱন মোহময়ী কৰি তোলা নাৰীসুলভ লাৱণ্য আৰু মাধুৰ্যৰাশি নেহেৰুৱাকৈ নিজৰ ব্যক্তিত্বেৰে নাৰী বিকশি উঠক। পৃথিৱীৰ কৃষ্টিসম্পন্না নাৰী হিচাবে তেখেতে ছাত্ৰীক গঢ় দিব খুজিছিল। তেখেতৰ বিদুষী সুধীসমাজৰ লগত পৰিচয় আছিল—কিন্তু তেখেতে তেখেতৰ কিছুমান বচা বচা ছাত্ৰীক এই সুধীবৃন্দৰ সান্নিধ্যলৈ আহিবলৈ সুযোগ দিছিল। এবাৰ ফ্ৰান্সলৈ যাওঁতে চভেষ্টাৰে ঘৰৰ অনুমতি লৈ এলিণৰক তেখেতৰ লগত লৈ গৈছিল—এই ভ্ৰমণে এলিণৰৰ মনৰ পৰিসৰ বৃদ্ধি কৰাত সহায় কৰিছিল আৰু বহুতো বহুমূলীয়া অভিজ্ঞতা লাভ কৰিছিল।

প্ৰতি শনিবাৰে স্কুলৰ ছোৱালীবিলাকে নিজৰ ভাল লগা ছোৱালীবিলাকৰ কোঠাত ডায়লেট ফুল থৈ যায়। এলিণৰৰ কোঠাটো সেইদিনা ফুলেৰে ভৰি পৰে। নিজৰ নিৰ্ম্মল মংমসনা হৃদয়েৰে এলিণৰে মানুহৰ মন জয় কৰিছিল। এলিণৰ দেখাত ধুনীয়া নাছিল। মেডেম চভেষ্টাৰে কৈ যোৱাৰ দৰে এলিণৰৰ চকুজুৰিত অন্তৰৰ পবিত্ৰ জেউতি প্ৰকাশিত হৈছিল। চকুৰ অপূৰ্ব সৌন্দৰ্য্যই তেওঁৰ উচনাদাঁতৰ অশুৱনী ভাব যেন আঁতৰাই পেলাইছিল।

তিনিবছৰ 'এলেনচউদ'ত থকাৰ পাচত এলিণৰ ঘৰলৈ গ'ল—কিন্তু ঘৰুৱা পৰিবেশে এলিণৰৰ জীৱন অতীষ্ট কৰি তুলিলে। তেওঁৰ মাহীয়েক লুচিয়ে এলিণৰৰ প্ৰতি নিৰ্দ্দয় হৈ কেতিয়াবা মনত দুখ দি কথা কৈছিল। অশুৱনী চেহেৰাৰ কাৰণে তেওঁ জোকায়। কিন্তু এলিণৰে নিজৰ চেহেৰাৰ কাৰণে কোনোবাই কিবা ক'লে বেয়া পাবলৈ আৰু লাজ পাবলৈ কেতিয়াবাই এৰিলে। এলিণৰক টলাব নোৱাৰি কেতিয়াবা লুচিয়ে দেউতাক ইলিয়টক সমালোচনা কৰি বহুত বেয়া কথা কয়। এলিণৰে দেউতাকৰ সমালোচনা সহ্য কৰিব নোৱাৰে। এই মন বেয়া কৰা পৰিবেশৰ পৰা আঁতৰি থাকিবলৈ এলিণৰ তৃতীয় বছৰৰ কাৰণে "এলেনচউড"লৈ যাবলৈ ইচ্ছা কৰিলে। এলিণৰে

"এলেনচৰ্চউড'ত থকা বছৰকেইটা তেওঁৰ জীৱনৰ এটাইতকৈ সুখৰ বছৰ বুলি বৰ্ণনা কৰিছে।

চতুৰ্থ বছৰৰ কাৰণেও এলিণৰ "এলেনচৰ্চউড"লৈ যাবলৈ মন মেলিছিল। কিন্তু এলিণৰ ১৮ বছৰীয়া হ'ল। আইতাকে সমাজত পৰিচয় কৰি দিয়াৰ সময় হ'ল বুলি ভাবি পঠিয়াবলৈ মান্তি নহ'ল। চভেষ্টাৰে এলিণৰক বিদায় দি কৈছিল "এলিণৰে স্কুলত এটা প্ৰভাব পেলাব পাৰিছিল আৰু সকলোৰে মৰম লাভ কৰিবলৈ সক্ষম হৈছিল"। সুখী আৰু সন্তুষ্টচিতীয়া স্বত্বেও এলিণৰে দুখ কি জানিছিল। তেওঁৰ জীৱনৰ কৃতিত্বৰ পৰিচয় দিয়া সুখৰ মুহূৰ্তটো বেজাৰৰ ভাব এটাৰ প্ৰতিচ্ছবি সদায় মুখত দেখিবলৈ পোৱা গৈছিল। ৰূপ নাছিল কাৰণে মাকে মনত হীনাত্মীকা মনোভাৱৰ বীজ সিঁচি গ'ল। সেই কাৰণে দুবলা মানুহৰ কাৰণে কিবা এটা কৰিব পৰিলে তেওঁ মনত সুখ পাইছিল। আনক সহায় কৰি আনন্দ পোৱাৰ স্বভাৱৰ বিষয়ে এলিণৰে এবাৰ "সুখ" বুলি এখন ৰচনা লেখিছিল।

"সুখৰ দৰে এটা ক্ষণস্থায়ীভাৱ বোধকৰো আন একো নাই। কিছুমান মানুহে নিজৰ কামখিনি কৰি নিজৰ কথা চিন্তা কৰি সুখ পায়। পাৰ্থিব সম্পদ আৰু আনন্দৰ মাজত থাকি সুখ উপভোগ কৰি থকা সকল প্ৰকৃততে সুখীনে? আমি তেওঁলোকক সুখী বুলি নেভাবো। অতি আনন্দময় উজ্বল জীৱনটো মানুহৰ জীৱনলৈ অকলশৰীয়া ভাব আহে। বহুতো মানুহৰ মাজতো মানুহে কেতিয়াবা এজনো বন্ধু বিচাৰি নেপায়। আনহাতে যিবিলাকৰ অস্তিত্ব বৰ দুখলগা আৰু নিৰস তেওঁলোকে কেতিয়াবা প্ৰকৃততে সুখী হৈ পৰে। আমি কেতিয়াবা জীৱনত এনেকুৱা মহিলা লগ পাওঁ যি আনৰ সুখৰ কাৰণে নিজৰ জীৱন হয়তো উৎসৰ্গ কৰিছে। আৰু তেওঁ সুখী হৈছে—কাৰণ তেওঁলোকে নিজৰ কাম আৰু নিষ্ঠাৰে দুখ আমনি দিয়া পৰিস্থিতিক আঁতৰাই দিব পাৰিছে। দুখ নথকাকৈ কাৰো জীৱন নেযায় আৰু তেনেকৈ সুখ নোহোৱাকৈও জীৱন নহয়। অতি দুখৰ সময়ত জীৱনৰ সুখৰ

মুহূর্তবোৰ সুঁৱৰি মানুহে আনন্দ পায় আৰু বৰ্তমানৰ সুখ শান্তিৰ লগত অতীতৰ দুখ অশান্তি বিজাই মানুহে আনন্দ লাভ কৰে। বিশ্বিলাকে সুখ বিচাৰি হাবাথুৰি খাই ফুৰে তেওঁলোকেই সুখী। সুখ বিচাৰি ফুৰোতাজনে পাহৰি যায় যে আনৰ সুখলৈ মন কৰি কাম কৰিলেহে প্ৰকৃত সুখ পোৱা যায়।"

১৯০২ চনত এলিণৰ "এলেনচউড"ৰ পৰা উভটি আহে। তেতিয়া তেওঁ ১৮ বছৰীয়া। এলিণৰৰ সপোনৰ পূৰ্ণ পয়োভৰ আৰু আকাংক্ষাৰ সুউচ্চ শিখাৰ সেই সময়ৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ অভিলাষৰ লগত যেন মিলি গৈছিল। আমেৰিকাৰ জনপ্ৰিয় ৰাষ্ট্ৰপতি ৰবদেউভাক থিয়ডৰ ৰুজভেল্টৰ সমাজ সংস্কাৰমূলক নীতিসমূহে আমেৰিকা জাতিক জগাই তুলিছিল। সংস্কাৰৰ যাদুপৰশেৰে আমেৰিকাবাসী মন্ত্ৰমুগ্ধৰদৰে হৈ পৰিছিল আৰু এলিণৰ এই মনোভাৱৰ যেন পূৰ্ণ প্ৰতীক। কাৰিকৰী প্ৰযুক্তি বিজ্ঞানৰ প্ৰগতিৰ লগে লগে নতুন শতিকাৰ উজ্জ্বল ভবিষ্যতে মানুহক আশা যোগালে, মনত উদ্দীপনা আনি দিলে। টেলিফোন বিজুলিচাকি মটৰগাড়ীয়ে মানুহৰ ঘৰুৱা জীৱনত সুখ স্বাচ্ছন্দ্যৰ পোহাৰ মেলিলে। সেই সময়ত নিউইয়ৰ্কত সমাজসংস্কাৰৰ ঢৌ উঠিছিল। তিৰোতাৰ ভোটাধিকাৰৰ বিষয়ে প্ৰথম আন্দোলন কৰা এলিজাবেথ চেণ্টণ তেতিয়া ঠাট্টাৰ বস্তু নহৈছিল। থিয়ডৰ ৰুজভেল্ট তিৰোতাৰ ভোটাধিকাৰৰ বিৰোধী আছিল যদিও এলিজাবেথ চেণ্টণৰ মৃত্যুৱে দেশৰ ক্ষতিসাধন কৰিলে বুলি তেওঁ অভিমত দিছিল। কুৰি শতিকাৰ আৰম্ভণিত আমেৰিকাৰ আভিজাত্য নাৰীসমাজে পৰম্পৰাগত কৰ্মক্ষেত্ৰ এৰি বাহিৰৰ জগতৰ পোহৰ বিচাৰি সমাজসংস্কাৰৰ কামত লিপ্ত হবলৈ আগবাঢ়ি আহিল। কিছুমান সদবংশজাতা মহিলাই তিৰোতাৰ অৰ্থনৈতিক স্বাধীনতাৰ কথাও নভবাকৈ নেথাকিল। নিউইয়ৰ্কৰ এফালে ধন আভিজাত্য আৰু সুখস্বাচ্ছন্দ্যময় জীৱন আছিল আৰু এফালে আছিল লেতেৰা কদৰ্য্যময় বস্তি। অস্বাস্থ্যকৰ পৰিবেশ আৰু শিক্ষাৰ অভাবে মানুহক অসভ্য বৰ্বৰ কৰি ৰাখিছিল। সেই

ঠাইবোৰৰ লবাছোৱালীবোৰৰ অৱস্থা আছিল অতি শোকলগা। ৰাতি দিন লবাছোৱালীবোৰে সৰু সৰু কাম কৰি নিৰানন্দময় পৰিস্থিতিত পইচা উপাৰ্জন কৰি জীৱিকা উলিয়াইছিল। সেইকাৰণে প্ৰফেচৰ ভিভা স্কাদশৰ (viva Scudber) এই বস্তিবিলাকত সংস্কাৰৰ কাম কৰিবলৈ নিউইয়ৰ্কৰ যুৱক-যুৱতীক আহ্বান জনালে। সমাজ সংস্কাৰৰ ঢৌৱে এলিণৰৰ মন চুই গ'ল। জীৱনৰ দুৱাৰডলিত ভৰি দিয়াৰ লগে লগে মিলে চভেষ্টাৰৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত এলিণৰে এই কামৰ আহ্বানত সঁহাৰি দিবলৈ মন প্ৰস্তুত কৰিলে। কিন্তু এলিণৰৰ সমাজখনে তেতিয়া ওঠৰবছৰীয়া ছোৱালীক সমাজৰ লগত পৰিচয় কৰি দিবলৈ খোজে। এই পৰিচিতি কাৰ্য্যক্ৰমনিকা বৰ টান। গাভৰু ছোৱালীৰ সামাজিক যোগ্যতা এই অনুষ্ঠানতে বিচাৰ হয়। সমাজৰ ভাতখোৱা, চাহখোৱা মেলত কথাবাৰ্ত্তা, চালচলন নৃত্য আদিত নিপুণ আৰু পাৰদৰ্শী হলে সমাজৰ মানদণ্ডই স্বীকৃতি দিয়ে। মিলে চভেষ্টাৰে এলিণৰক সমাজৰ এই চাহিদা বিলাকৰপৰা দূৰত থাকি নিজক বচাই চলাবলৈ বাৰে বাৰে উপদেশ দিছিল। "পাৰ্থিব সুখৰ কাৰণে তোমাৰ কিছুশক্তি নিয়োগ কৰা কিন্তু মনত ৰাখিবা যে 'বেলে' নাচত এটাইতকৈ স্পৃহনীয় মহিলা বা খোৱা মেজত বা আন আন জাকজমক অনুষ্ঠানত এটাইতকৈ ভাললগা মহিলা হোৱাতকৈও মনলৈ নিৰিবিলি শান্তি আৰু ইৰ্ষা-কৰিবলগীয়া সুখ অনা আনন্দদায়ক কামো বহুত আছে।"

আইতাকহঁতে এলিণৰক সমাজত পৰিচিতি কৰা কথাটোত বেছি গুৰুত্ব দিলে আৰু এলিণৰ এই কামৰ কাৰণে প্ৰস্তুত হ'ল।

সমাজৰ এই আড়ম্বৰপূৰ্ণ অনুষ্ঠানবোৰৰ আৰম্ভণি শীতকালত হয়। এলিণৰৰ কাৰণে এই অনুষ্ঠানবোৰ অগ্নিপৰীক্ষা স্বৰূপ। শৰৎকাল অহাৰ লগে লগে নিউইয়ৰ্কৰ সমাজত প্ৰথম পৰিচিতিৰ আয়োজনে এলিণৰৰ মনত ভয়ৰ সঞ্চাৰ কৰিলে। সমাজে তেওঁক মাক দেউতাক নোহোৱা বুলি সহানুভূতিৰ চকুৰে চাব নেকি? সৰুকালৰ বান্ধৱীবোৰক এলিণৰৰ গহীন স্বভাৱে দূৰলৈ ঠেলি দিব নেকি? 'এলেনচউড'ত বিজয়িনী হৈ আকৌ সেই বিজয় গৌৰৱ লাভ কৰি নতুন সমাজত

প্ৰতিষ্ঠিত হ'ব পাৰিবনে ? এই খেলিমেলি ভাৱবোৰে এলিণৰৰ মন ভোলপাৰ কৰিলে। এখন অশ্বপ্ৰদৰ্শনীৰ আৰম্ভনিৰ লগে লগে সমাজৰ অনুষ্ঠানবোৰ আৰম্ভ হয়। এই প্ৰদৰ্শনীলৈ কোন কোন আহিছিল, কোনে কি পিন্ধিছিল, তাৰ বিৱৰণী সুখপাঠ্যভাৱে নানা আলোচনীত প্ৰকাশিত হয়। এলিণৰ এই প্ৰদৰ্শনীখনলৈ গৈছিল আৰু এলিণৰৰ নাম বাতৰি কাকতত প্ৰকাশিত হৈছিল। এই প্ৰদৰ্শনী খনলৈ ফ্ৰেংকলিন ডেলেনো ৰুজভেল্টো গৈছিল, কিন্তু তেওঁৰ নাম কাকতত ওলোৱা নাছিল।

নিজৰ দিনপঞ্জীত এলিণৰে এই ঘটনা উল্লেখ কৰা নাই—কাৰণ এই প্ৰদৰ্শনীতকৈও ডাঙৰ সামাজিক অনুষ্ঠান এটা আছে— সেইটো হৈছে 'এলডফ এষ্টৰিয়া'ৰ বলনাচ। নিউইয়ৰ্ক টাইমচ নামে বাতৰি কাকত এখনে এই এলডফ এষ্টৰিয়াৰ বলনাচটোক লণ্ডনৰ ফ্যাচন জগতৰ বাংকিহাম প্ৰাসাদৰ লগত ৰিজাইছিল। এই বলনাচত দীঘল দীঘল পোচাক পিন্ধি হাতত দীঘল দীঘল মোজা পিন্ধি হ'লত সোমাই ধুনীয়া ধুনীয়া ডেকাৰ লগত বলনৃত্য কৰি নহালৈকে নিউইয়ৰ্কৰ যুৱতীয়ে যোগ্যতাৰে সামাজিক পৰিবেশ গচকি অহা বুলি অনুভৱ নকৰে। এই সন্ধিয়াটো এলিণৰৰ কাৰণে বৰ ভীতিবহ আছিল কাৰণ সকলোৱে এলিণৰক নিজৰ মাকৰ লগত তুলনা কৰিব আৰু মাকতকৈ নিকৃষ্ট বুলি সকলোৱে কোৱাকুই কৰিব। আনে কোৱা কথাত এলিণৰে গুৰুত্ব দিবলৈ এৰিছিল যদিও এই অনুষ্ঠানটোলৈ তেওঁ বহুত দিন আগৰপৰা বৰ ভয় কৰি আছিল—কাৰণ হান পৰিয়ালৰ মানে মাকৰ পৰিয়ালৰ সকলোবোৰ ছোৱালীয়ে জাকতজিলিকাকৈ এই অনুষ্ঠানটোত সদায় সুনাম কৰি আহিছে। সমাজৰ নিয়ম অনুসাৰে পেৰিছৰ সাজ-সজ্জাৰে ভূষিত হৈ এলিণৰে নাচ ভোজসভাৰ অনুষ্ঠানত যোগ দিলে—এই অনুষ্ঠানত এলিণৰক সহায় কৰিছিল মাকৰ বন্ধু বব ফাগু'চনে আৰু মাহীয়েকৰ বন্ধু কেইগৰাকীমানে। এই ভোজ মেলবোৰত এলিণৰ ৰূপহী-ছোৱালীৰ ভিতৰত নপৰাকৈ নিজৰ ব্যৱহাৰ মাধুৰ্যেৰে সকলোৰে অন্তৰ

জয় কৰিব পাৰিছিল আৰু সদায় আনন্দ উৎসৱবোৰলৈ নিমন্ত্ৰিত হৈছিল। মিচেচ এষ্টৰৰ নিমন্ত্ৰণী তালিকাত অন্তৰ্ভুক্ত হোৱাটো সেই সময়ত নিউইয়ৰ্কৰ সেই শ্ৰেণীৰ গাভৰু ছোৱালীয়ে এটি সন্মানজনক কথা বুলি অনুভৱ কৰিছিল। এলিণৰেও এই নিমন্ত্ৰণী পাইছিল আৰু এলিণৰে সামাজিক অনুষ্ঠানত কৃতকাৰ্য হৈছে বুলি বুজিব পাৰিছিল।

সমাজৰ এই আচাৰ অনুষ্ঠান শেষ হোৱাৰ পাছত এলিণৰ আকৌ আইতাকৰ ঘৰলৈ উভতি আহিল। পিছৰ বছৰটো এই অনুষ্ঠানবোৰত এলিণৰে যোগ দিলে আৰু এই অনুষ্ঠানবোৰৰ কাৰণে ভয় আৰু সংকোচ লাহে লাহে মনৰপৰা আঁতৰিল যদিও এলিণৰে পৰাপক্ষত এই নীতি নিয়মবোৰৰপৰা আঁতৰি থাকিবলৈ ভাল পাইছিল। তেওঁ জাৰ্মান ভাষা আৰু বাইবেলৰ পাঠ্যক্ৰম এটা শিকিবলৈ ল'লে। এলিণৰৰ ৰৰদেউতাকে থিয়ডৰ ৰুজভেল্টে সমাজৰ চাহিদাবোৰৰপৰা নিজকে আঁতৰাই ৰাখিছিল। ধন ঐশ্বৰ্যৰ উত্তৰাধিকাৰী হৈও ৰুজভেল্ট আত্ম-প্ৰসাদ লভি কেনেকৈ দেশৰ ভালৰ কাৰণে কাম কৰিব লাগে দেখুৱাই থৈ গ'ল। ৰৰদেউতাকৰ এই মনোভাৱক এলিণৰে বৰ ভাল পাইছিল। নিজৰ মনৰ ভাৱৰ লগত এই ভাবে ৰৰকৈ ৰজিতা খাইছিল।

নিউইয়ৰ্কৰ কিছুমান আঢ্যৱন্ত ঘৰৰ মহিলাই বস্তি বিলাকত অলপ সমাজ কল্যাণমূলক কাম কৰিবলৈ আগ্ৰাহান্বিত হৈছিল। পাঠ্যদান দিয়া শ্ৰেণীবিলাকলৈ সাধাৰণতে বস্তিত থকা মাইকী মানুহ আৰু ছোৱালীবিলাকে নিয়মমতে আৰু সময়মতে পঢ়িবলৈ নাহে। ইয়াৰ কাৰণ বিচাৰি সমাজসেৱিকাসকলে জানিলে যে এই মানুহবোৰে বৰ বেছি ৰাতিলৈকে কাম কৰিবলগীয়া হয় সেই কাৰণে তেওঁলোকে পঢ়িবলৈ আহিবলৈ সময় উলিয়াব নোৱাৰে। গাভৰু ছোৱালীবিলাকে ১২৷১৪ ঘণ্টালৈকে নাম মাত্ৰ বানচলৈ কাৰখানাত কাম কৰিবলগীয়া হয়। এই অন্যায়বোৰ আঁতৰাবৰ কাৰণে কেইগৰাকীমান সমাজ সচেতন মহিলাই কাম হাতত লৈছিল আৰু ১৭৷১৮ বছৰীয়া ছোৱালীবিলাকক এই কামত

লগাই সমাজৰ প্ৰতি চেতনাবোধ জন্মাবলৈ চেষ্টা কৰিছিল। এলিণৰেও এই সমাজত যোগ দি সমাজ সংস্কাৰৰ কামত উঠি পৰি লাগিল। কেতিয়াবা বহি এলেকাৰ কামৰ সময় আৰু চাহমেল আৰু ভোজমেলৰ সময় একে হলে এলিণৰে মেলবোৰ বাদ দি সমাজ সেৱাৰ কামক আগভাগ দিছিল। সককালত তেওঁ যিবিলাক সেৱাৰ কাম কৰিছিল তাৰ লগত এই সেৱামূলক কামৰ একো মিল নাই। নিজৰ ঘৰত লগুৱা লিকচৌৰ পৰিয়ালৰ ল'ৰা-ছোৱালীৰ কাৰণে খৃষ্টমাচৰ (বৰদিন) সময়ত খৃষ্টমাচ গছ কৰি দিয়া কাম কৰি আনৰ কাৰণে কাম কৰি দিয়াৰ আনন্দ আৰু এতিয়াৰ মানুহৰ ওপৰত সঁচাকৈ হৈ থকা অন্যায়ৰ বিৰুদ্ধে আইনসংগত কামৰ বিৰাট প্ৰভেদ। সমাজৰ অন্যায় আৰু শোষণক আঁতৰাবলৈ এলিণৰ তেতিয়াৰপৰাই তৎপৰ হ'ল। বহুতো যুৱকে এলিণৰৰ এই কাম প্ৰশংসা কৰিছিল আৰু কেবাজনো এলিণৰ বাকদত্তা বুলি জানি হতাশ হৈছিল।

এৰৈশ বছৰীয়া চালেচকুৰোৱা ৰাজকুমাৰ যেন লগা ফ্ৰেংকলিন ডেলেনো ৰুজভেণ্টে লাজকুৰীয়া সৰলচিতীয়া এলিণৰক পত্নী হিচাবে বিচাৰিলে। ফ্ৰেংকলিন এলিণৰৰ প্ৰতি কিয় আকৰ্ষিত হৈছিল। কাৰণ বিচাৰিলে ছুয়োৰে মাজত চলা চিঠিপত্ৰবোৰ চাব লাগিব। কিন্তু ১৯৩৭ চনত নিজৰ আত্মজীৱনীৰ প্ৰথমখণ্ড লিখি থাকোতেই এলিণৰে এই চিঠিবোৰ পুৰি পেলালে। বোধকৰো এই চিঠিবোৰত থকা "চিৰকালৰ কাৰণে সহচৰী" বুলি লিখা কথাবোৰ পুনৰ পঢ়িবৰ কাৰণে বেদনাদায়ক হৈছিলগৈ।

ল'ৰালিকালত ফ্ৰেংকলিনে এলিণৰক লগ পাইছিল। 'এলেনচউড'ৰ শিক্ষা শেষ কৰি এলিণৰ অহাৰ পাছত হাৰ্ভাদ বিশ্ববিদ্যালয়ৰ ছাত্ৰ ফ্ৰেংকলিনে এলিণৰক পুনৰ লগ পায়। তেতিয়াই পোনপ্ৰথমে এলিণৰৰ ব্যক্তিত্বই ফ্ৰেংকলিনৰ মনত আলোড়ন তোলে। এলিণৰক "আবেদনশীলা মহিলা" বুলি ফ্ৰেংকলিনে মন্তব্য কৰিছিল। নিজৰ মাকৰ আগত ফ্ৰেংকলিনে কৈছিল "এলিণৰৰ মনটো বৰ ভাল"।

এবাৰ 'এলেনচউড'ৰপৰা উভটি আহোঁতে ফ্ৰেংকলিনে বেলত এলিণৰক আকৌ লগ পালে আৰু মাক বহি থকা গাড়ীখনলৈ এলিণৰক লৈ গ'ল। এলিণৰৰ গম্ভীৰ সৌন্দৰ্য্যক ফ্ৰেংকলিনে ভাল পাইছিল। ইয়াৰ পাচৰ পৰা ফ্ৰেংকলিনৰ দীনপঞ্জীত প্ৰায়েই এলিণৰৰ নাম উল্লেখিত হৈছিল— "অৰ্থপ্ৰদৰ্শনীত এলিণৰ আছিল" "আজি দুপৰীয়াৰ আহাৰ এলিণৰৰ লগত হ'ল" "হোৱাইট হাউচত এলিণৰ এলিচৰ লগত আছিল" "আজি থিয়েটাৰত এলিণৰৰ কাষতে বহিছিলো" ইত্যাদি ইত্যাদি।

কিবা এটা কৰিম বুলি দৃঢ়মনোভাবলৈ আগবাঢ়ি গ'লে কৃতকাৰ্য্যতা লাভ কৰিব পাৰি। এলিণৰ লগত থাকিলে ফ্ৰেংকলিনৰ সুউচ্চ সপোনে বাস্তৱত পৰিণত হব পাৰে বুলি ফ্ৰেংকলিনৰ ধাৰণা হ'ল। ৰূপৱান ৰাজকুমাৰে "আইতা আইতা" যেন লগা যুৱতীৰ প্ৰেমত পৰিব পাৰেনে?" এই হ'ল প্ৰশ্ন। কিন্তু বিলাসী আনন্দময় জীৱনৰ আঁৰত ৰাজকুমাৰে এটা ডাঙৰ অভিলাষ ঢাকি ৰাখিছিল—আৰু সেইকাৰণে ফ্ৰেংকলিনে খেলাৰ সহচৰীতকৈ কিজানি বিবেক থকা বুজন সহায়কাৰী জীৱনত বিচাৰিছিল নিজৰ অভিলাষ ফলপ্ৰসু কৰিবলৈ। সেই ভৰযৌৱনতে এলিণৰক ডেকা-গাভৰুৰ চিন্তাহীন জীৱনে আকৰ্ষিত নকৰিছিল হয়তো সৰুতে অনাথ হৈ জীৱনটো এলিণৰৰ কাৰণে খেলাৰ পথাৰ নহৈ দায়িত্বৰে ভৰা যেন হৈছিল। ফ্ৰেংকলিনে এলিণৰলৈ এটা কৱিতা পঠিয়াইছিল—এই কৱিতাটো এলিণৰে বৰ ভাল পাইছিল—"কি আদৰ্শ লৈ তুমি জীয়াই থাকিবা ভয়হীন হৈ মৰণলৈকে বিশ্বাসপৰায়ণতাৰে চলিবা। কিন্তু আমি মৰণশীল জীৱবোৰৰ কেইজনেইবা এই আদৰ্শমতে কাম কৰিব পাৰো।"

ফ্ৰেংকলিনে এলিণৰক বিবাহৰ প্ৰস্তাৱ দিয়াত এলিণৰ উত্তেজনাত কঁপি উঠিল। ফ্ৰেংকলিনৰ তেওঁৰ প্ৰতি হোৱা ভালপোৱাৰ ভাব নিশ্চিত নে? নিজেইবা কিমানদূৰ স্থিৰ। ভায়েক 'হান'ৰ কি হব? এইবোৰ চিন্তাত এলিণৰ দোমোজাত পৰিল। জীৱন মৰণলৈ সংগী কৰি নাৰীৰ জীৱনৰ প্ৰতিটো অভিজ্ঞতাতে সহযোগ কৰি ফ্ৰেংকলিনৰ লগত

জীৱনৰ স্মৃতিত উটি যোৱাৰ মানসেৰে এলিণৰে বিবাহ প্ৰস্তাৱত সম্মতি দিলে।

ফ্ৰেংকলিনে মাকক এলিণৰক বিবাহৰ প্ৰস্তাৱ দিছে বুলি জনালে। মাকৰ মনে ফ্ৰেংকলিনৰ কাৰণে সমাজৰ অৱস্থাপন্নঘৰৰ নামথকা জুৱি বিচাৰিছিল ছাগৈ। এলিণৰৰ দেউতাকে মদখোৱা কথাটোৱে মাকৰ মন বেয়া কৰিছিল। যদিও মাক চাৰা ৰুজভেল্টে এই কথাটো বেয়া পাইছিল তেওঁ তেওঁৰ মনৰ ভাৱ ব্যক্ত কৰা নাছিল। কেৱল পুতেকক এই কথাটো এবছৰমানৰ কাৰণে গোপনে ৰাখিবলৈ অনুৰোধ কৰিছিল। তেওঁলোকৰ ভালপোৱা কিমান সবল তাকে পৰীক্ষা কৰিবলৈ এলিণৰৰ পৰা দূৰত থাকিবৰ কাৰণে ফ্ৰেংকলিনক সাগৰ যাত্ৰা লবলৈ ক'লে। দুয়ো এই স্বত্ব মানি ল'লে। এলিণৰ আৰু ফ্ৰেংকলিন দুয়ো মাকক জনালে যে মাকে আচলতে এজনী নিজৰ ছোৱালীহে লাভ কৰিছে নিজৰ ল'ৰা হেৰুওৱা নাই। এলিণৰে আইতাকক এই কথা জনোৱাত আইতাকে সুধিলে "সঁচাকৈ তুমি ফ্ৰেংকলিনক ভাল পোৱানে? তুমি নিশ্চিত নে? এলিণৰে শান্ত সৌম্য ভাৱে অঁ' বুলি চমুকৈ দিয়া উত্তৰটোৱে সকলোৰে সন্দেহ দূৰ কৰিলে।

১৯০৪ চনৰ শৰৎকালত ফ্ৰেংকলিনে কলম্বিয়াৰ আইনস্কুলত ভৰ্তি হ'ল আৰু এলিণৰৰ ২০ বছৰীয়া জন্মদিনৰ দিনা ফ্ৰেংকলিনে এটা আঙঠি উপহাৰ স্বৰূপে এলিণৰক দিয়ে আৰু সেইবছৰৰে ডিচেম্বৰ মাহত তেওঁলোকৰ হবলগীয়া বিবাহ ঘোষণা হ'ল। বন্ধু-বান্ধৱ আত্মীয়স্বজন সকলোৰে পৰা অভিনন্দনসূচক বাণী আহিবলৈ ধৰিলে। এলিণৰৰ ৰবদেউতাক আমেৰিকাৰ ৰাষ্ট্ৰপতি থিয়ডৰ ৰুজভেল্টে অলপ উপদেশ দি এলিণৰলৈ লিখিছিল।

"বিৱাহিত জীৱনত বহুতো চিন্তাভাৱনা আছে আৰু দুখকষ্টৰ মাজেৰে জীৱনৰ প্ৰকৃত পৰীক্ষাত উত্তীৰ্ণ হবলগীয়া হয়। তথাপিও বিবাহিত জীৱনতে কেৱল মধুৰ আৰু শ্ৰেষ্ঠ সুখ বিচাৰি পোৱা যায়।

তুমি আৰু ফ্ৰেংকলিনে জীৱনৰ সকলোবোৰ পৰীক্ষা সাহসেৰে মুখামুখি সন্মুখীন হৈ আগবাঢ়ি যাবা বুলি মই জানোঁ। ৰাজনৈতিক কৃতকাৰ্য-তাতকৈ এটা সুখী বিবাহিত জীৱন বেচি প্ৰয়োজনীয়" আৰু ফ্ৰেংকলিনলৈ লিখিছিল—"এই শুভ বাতৰিটো পাই আমি অতিশয় আনন্দিত হৈছোঁ। এলিণৰক মোৰ নিজৰ ছোৱালীৰ দৰে মৰম লাগে আৰু তোমাৰ ওপৰতো মোৰ গভীৰ বিশ্বাস আছে। জীৱনৰ আনকোনো কৃতকাৰ্যতা সৎপুৰুষ আৰু সংনাৰীৰ ভালপোৱাৰ আনন্দ আৰু সুখৰ লগত তুলনা নহয়। ‥ তুমি আৰু এলিণৰ সৎ আৰু সাহসী। তোমালোকে ইজনে সিজনক নিস্বাৰ্থভাবে ভাল-পোৱা। তোমালোকৰ কাৰণে সোণসনা বছৰবোৰ আহক—সৌভাগ্য যেন তোমালোকৰ দুয়োজনৰে সদায় লগতে থাকে।"

১৯০৪ চনৰ ১৭ মাৰ্চৰ দিনা ফ্ৰেংকলিন আৰু এলিণৰৰ বিয়া আত্মীয়স্বজনৰ উপস্থিতিৰে সুকলমে সুচাৰুৰূপে হৈ গ'ল। থিয়ডৰ কজভেল্টে দেউতাকৰ ঠাই পূৰণ কৰি এলিণৰক আনুষ্ঠানিকভাবে ফ্ৰেংকলিনৰ হাতত সমৰ্পণ কৰিলে।

বিয়াৰপৰা গৈ ৰাষ্ট্ৰপতি থিয়ডৰ কজভেল্টে এখন সভাত অভিভাষণ দিওঁতে কৈছিল—"যিজনে মানুহৰ সামাজিক অৱস্থা আৰু জীৱিকা অৰ্জন কৰা কামৰ প্ৰতি বেচি মন নকৰি সকলো নাগৰিককে ভাতৃবৎ জ্ঞান কৰি কেৱল মানুহক মানুহৰ প্ৰমূল্য দি একগোট হৈ দেশৰ এই মহান আৰু জীৱনীশক্তিসম্পন্ন জনগণৰ উন্নতিৰ কাৰণে কাম কৰে, সেইজনেই প্ৰকৃত আমেৰিকাবাসী"। থিয়ডৰ কজভেল্টৰ দিনৰ এই মনোভাৱে বিশালতা লাভ কৰি বিশ্বজনীন দৃষ্টিভংগী লৈছিল। পিচত সংযুক্ত ৰাষ্ট্ৰসংঘ গঢ়ি উঠি মানুহৰ প্ৰতি আনু-গত্যাই প্ৰসাৰতা লাভ কৰিলে আৰু এই মনোভাৱ গঢ়ি উঠাত এই বিয়াখনৰ ভূমিকা বেচ গুৰুত্বপূৰ্ণ।

বিয়াৰ পাঁচবছৰৰ আগতে মেডেম চভেষ্টাৰৰ প্ৰভাৱেৰে এলিণৰৰ ব্যক্তিত্ব বিকশি উঠিছিল। এলিণৰে নিজৰ সম্ভাৱনাক জুখিবলৈ

শিকিছিল আৰু তেওঁৰ সান্নিধ্যলৈ অহা সকলোৰে ওচৰত শক্তি আৰু মনোবলৰ প্ৰতিমূৰ্তিৰূপে উদ্ভাষিত হৈছিল। কিন্তু হঠাতে বিয়াৰ পাছত এলিণৰে নিজৰ নিজস্বতা প্ৰকাশ কৰিবলৈ এৰি দিলে। ফ্ৰেংকলিন পৰিয়ালৰ এজন হৈ নিজৰ ইচ্ছা আৰু মূল্যবোধ আঁতৰাই শাহুৱেক চাৰা কজভেল্টৰ মনযোগোৱা কামত নিজৰ সত্তাক বিলীন কৰিলে। ফ্ৰেংকলিনৰ কলম্বিয়াত আইন পৰীক্ষা শেষ কৰিবলৈ এতিয়াও বাকী সেইকাৰণে নিজৰ মধুচন্দ্ৰিকা জীৱনৰ সোঁৱৰণী লিখোতে এলিণৰে লিখিছিল—"মিঠা তিতা অভিজ্ঞতাৰে ভৰা।" এই মৌ মিঠা জীৱনৰ কথা এলিণৰে শাহুৱেকলৈ লিখা চিঠিবোৰত পোৱা যায় আৰু তিতা অভিজ্ঞতাৰ কথা জীয়েক এণাৰ আগত কওঁতে কৈছিল—"জীৱনৰ কিছুমান কথা বেলেগ বেলেগ বয়সৰ তিৰোতা-বিলাকে হয়তো কেতিয়াও আলোচনা নকৰে আৰু তাৰ ফলত জীৱনৰ কিছুমান স্বাভাৱিক ঘটনা ছোৱালীৰ কাৰণে সাঁথৰ হৈ থাকে।"

ইয়াৰ পাছত লাহে লাহে এলিণৰ ছটা ল'ৰা-ছোৱালীৰ মাক হ'ল। বিয়াৰ পাঁচবছৰৰ পাছত ফ্ৰেংকলিনে ৰাজনীতিত যোগ দিয়াৰ ঠিক আগতে এলিণৰ আৰু ফ্ৰেংকলিনক আদৰ্শ দম্পতি বুলি সকলোৱে কৈছিল আৰু এলিণৰে পত্নী মাতৃ গৃহিণী আৰু বোৱাৰীৰ ভূমিকা বৰ পাৰদৰ্শিতাৰে সমাপণ কৰিছিল।

ফ্ৰেংকলিন উচ্চাকাংখী আছিল—নিজৰ সামৰ্থ্যৰে 'হোৱাইট হাউচৰ' দুৱাৰ মুকলি কৰিব বুলি তেওঁ আশা ৰাখিছিল। থিয়ডৰ কজভেল্টৰ আদৰ্শৰে অনুপ্ৰাণিত হৈছিল কাৰণে ফ্ৰেংকলিনে প্ৰথমতে ৰাজ্য বিধানসভাৰ সদস্য হবলৈ মন মেলিছিল। তাৰ পাছত নৌবাহিনীৰ সহকাৰী সম্পাদক হ'ব বুলি মনত আশা ৰাখিছিল। তাৰ পাছত ৰাজ্যপাল আৰু তাৰ পাছত ৰাষ্ট্ৰপতি। এই সপোন আগত ৰাখি ফ্ৰেংকলিনে ৰাইজৰ কাম কৰিবলৈ আগবাঢ়ি আহিল। মাক চাৰা কজভেল্টে ফ্ৰেংকলিন ৰাজনীতিত সোমাইপৰা কথাটো ভাল নাপাইছিল। ৰাজনৈতিক নেতাৰ জীৱনত বহুত মানুহৰ লগত

সান্নিধ্য হয়। ৰক্ষণশীল চাৰাই এই কথা ভাল নেপায়। নিজৰ সমাজৰ মিলিবলগীয়া মানুহৰ বাহিৰত মিলাপ্ৰীতি চাৰাৰ কাৰণে দৃষ্টিকটু। কিন্তু এলিণৰে সমাজৰ কামত লিপ্ত হোৱা মানুহৰ জীৱন দেখিছে আৰু জানে যে ৰাজহুৱা কামত ব্যস্ত ব্যক্তিৰ পত্নী হিচাবে তেওঁ বহুত ত্যাগ স্বীকাৰ কৰিব লাগিব। থিতাপি লগা ঘৰ এখন তেওঁ কেতিয়াও নেপাব। বহুত আখজা পৰিস্থিতিত নিজকে খাপখুৱাব পাৰিব লাগিব। ল'ৰাছোৱালীৰ পঢ়াশুনাত ব্যাঘাত হব। তথাপি তেওঁৰ স্বামীৰ বহুল প্ৰাসাৰিত আঁচনি লোৱাত বাধা নিদিলে। ৰাজনীতি এলিণৰৰ কাৰণে নতুন কথা নহয় বা এটা ভয়লগা বস্তু নহয় কাৰণ তেওঁ সদায় দৈনিক বাতৰি কাকতৰ যোগেৰে দেশৰ নতুন পুৰুষৰ ৰাইজৰ ভালৰ কাৰণে কৰা কামৰ আহ্বানৰ লগত নিজক খাপখুৱাই ৰাখিছিল; আৰু এলিণৰে ভাবিছিল যে ফ্ৰেংকলিনে ৰাজনৈতিক জীৱন ললে দুয়োৰে মনৰ পৰিসৰ বৃদ্ধি হব।

অজনা নিৰিহ নছোৱালী হৈ পিছত লৰা-ছোৱালী লগুৱা লিকচৌৰে ভৰা বৃহৎ এটা পৰিয়ালৰ কৰ্ত্ৰী এলিণৰ প্ৰথমতে আমোদপ্ৰিয় ডেকা আইনজীৱী এজনৰ পত্নী আছিল পিছত এলিণৰ সম্ভৱনাপূৰ্ণ ৰাজ-কৰ্মচাৰীৰ উপযুক্ত সহায়কাৰিণীৰূপে নিজকে প্ৰস্তুত কৰিছিল। এইহাল পতিপত্নীৰ ৰাজনীতি আত্মপৰিতৃপ্তিৰ পথ স্বৰূপ আছিল। খেলধেমালি আৰু আন আন আমোদ উৎসৱত এলিণৰে নিজকে খাপখুৱাব নোৱাৰিছিল। ফ্ৰেংকলিনো এলিণৰৰ বুদ্ধিমত্তা আৰু উৎসাহক বুজি পাইছিল আৰু সেইকাৰণে তেওঁ এবাৰ কৈছিল "মই এলিণৰৰ উজ্জ্বল মনটো আমোদময় জীৱন এটালৈ নিস্প্ৰভ কৰি দিছোঁ।"

ফ্ৰেংকলিন যেতিয়া যুক্তৰাষ্ট্ৰ নৌবাহিনীৰ সহকাৰী সম্পাদকৰ ভাৰ গ্ৰহণ কৰিলে এলিণৰে উচ্চপদস্থ ৰাজকৰ্মচাৰীৰ পত্নী হিচাবে সদায় দুপৰীয়া আৰু নৈশ ভোজনৰ কাৰণে অহা অতিথি আপ্যায়নত ব্যস্ত থাকিবলগীয়া হৈছিল। নিজেও ভোজনৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ প্ৰায়েই যাবলগীয়া হয়। তেওঁৰ ৰবদেউতাকৰ ছোৱালী এলিচে এবাৰ কৈছিল

—"মই হলে এলিণৰৰ দৰে এনেকৈ মানুহ নিমন্ত্রণ কৰি বা নিমন্ত্রণ বিলাকলৈ গৈ থাকিব নোৱাৰিলোহেঁতেন। মোৰ যি মন যায় তাকেই কৰিলোহেঁতেন।" এলিণৰে নিজৰ কামবোৰ নিয়াৰিকৈ কৰিব পাৰিছে বুলি সকলোৱে শলাগিছিল। এলিণৰে এলিচৰ নিয়ম নেমানি চলিব-পৰা সামৰ্থ্যক খিয়াল কৰিছিল কিন্তু এলিণৰে বোধকৰো তেতিয়া নেজানিছিল যে তেওঁ এদিন নিজৰ ইচ্ছা অনুসৰি কাম কৰিবলৈ সক্ষম হব। নিজৰ আনন্দৰ কাৰণে নহয় যিবিলাকে এলিণৰৰ সহায় বিচাৰে তেওঁলোকৰ সুখৰ কাৰণে নিজৰ ইচ্ছানুসাৰে এলিণৰে কাম কৰিব কাৰণ সহায়হীনজনৰ সহায় হৈ এলিণৰে এটাইতকৈ সুখ আৰু আনন্দ পায়।

এটাৰ পাছত এটাকৈ ছয়টা সন্তানৰ জননী হৈ এলিণৰ লাহে লাহে আত্মপ্রত্যয়ী স্বাধীন চিতীয়া মহিলা হিচাবে থিয় হ'ল। লৰা-ছোৱালী কেনেকৈ ডাঙৰ দীঘল কৰিব লাগে এই শিতানত মাক দেউতাকৰ নীতি বুলি এখন কিতাপত এলিণৰে সাতোটা নিয়মৰ কথা লিখিছিল।

(১) জীৱনত এটা অনুকৰণীয় আদৰ্শ ৰাখিবা।

(২) উপদেশ বা নীতি বচন বন্ধ কৰিবা।

(৩) জীৱনৰ সমস্যাৱলী ভাবিবলৈ শিকিবা।

(৪) লৰা-ছোৱালীৰ পাখি নেকাটিবা আৰু আবৰি নেৰাখিবা।

(৫) নিজৰ নিজৰ প্ৰবৃত্তিৰে লৰা-ছোৱালীক ডাঙৰ হবলৈ দিবা।

(৬) আত্মবিশ্বাস গঢ়াত বাধা নিদিবা।

(৭) উদাৰ চিতিয়া হবা আৰু সুদূৰ প্ৰসাৰী দৃষ্টিভংগী ৰাখিবা। উত্তৰ পুৰুষে পিছত নিজেই নিজৰ যত্ন লব।

তেওঁলোকৰ লৰা-ছোৱালী মনত সাঁচ বহোৱা বছৰ কেইটাত নিজৰ ঘৰতে ডাঙৰ দীঘল হৈছিল। এলিণৰে তেওঁৰ শাহুআই আৰু লৰা-ছোৱালীৰ ধাত্রীবিলাকৰ ওপৰত বেছিকৈ নিৰ্ভৰশীল আছিল, "ফ্রেংকলিনৰ লৰা-ছোৱালীবোৰ মোতকৈ মোৰ শাহুআইৰহে লৰা-ছোৱালী · মোৰ নিজৰ দোষৰ কাৰণে এনে হবলৈ পাইছে" বুলি এলিণৰে নিজেই স্বীকাৰ কৰিছে। নিস্বাৰ্থভাবে ঘৰখন চলোৱাত সহায়

কৰিছিল যদিও শাহুআই চাৰাৰ ঈৰ্ষাপৰায়ণতাৰ কাৰণে এলিণৰ বহুত ধৰণৰ তিতা অভিজ্ঞতাৰ সম্মুখীন হ'বলগীয়া হৈছিল।

১৯১৭ চনত আমেৰিকা যুদ্ধলিপ্ত হ'ল। এলিণৰৰ জীৱনলৈ এটা বিৰাট পৰিবৰ্তন আহিল। পৰিয়ালৰ কাম কাজতে নিজকে আৱদ্ধ নাৰাখি সামাজিক কিছুমান আচাৰ অনুষ্ঠানক মানি চলা জীৱন এৰি এলিণৰে বাইৰৰ কামত নিজকে নিয়োগ কৰিবলৈ সুবিধা পালে। প্ৰথমতে নৌবাহিনীৰ উলৰ সামগ্ৰী গোঁঠা কেন্দ্ৰ চলোৱাৰ দায়িত্ব এলিণৰে ললে। যুদ্ধই এলিণৰৰ কাৰ্যনিৰ্বাহ কৰা শক্তি আৰু তেওঁৰ দায়িত্ব-বোধ জ্ঞানক সহায় কৰিলে আৰু যুদ্ধই এলিণৰক বিবেকে মানি লোৱা যুক্তিৰে কাম কৰিবলৈ সুবিধা দিলে। এলিণৰৰ ৰক্ষণশীল মনে তেতিয়ালৈকে নাৰীৰ ভোটাধিকাৰৰ প্ৰশ্নটো মানি লব পৰা নাছিল। যুদ্ধৰ সময়ত নাগৰিকৰ কাৰণে কৰা কামত পুৰুষকৰ্মীৰ অভাৱ হওঁতে এলিণৰেই প্ৰথমতে কাৰ্যালয়বিলাকত নাৰীৰ সেৱা লব লাগে বুলি মত প্ৰকাশ কৰিছিল। যুদ্ধত খাদ্য সংৰক্ষণৰ কাৰণে খাদ্যনীতিৰ শাসক হাৰ্বাট হুভাৰে আবেদন কৰিছিল আৰু সমাজে আঠবিধ ব্যঞ্জনৰ সলনি তিনিবিধ ব্যঞ্জনৰে চলি সপ্তাহত এদিন মাংসবিহীন খাদ্য খাই আবেদনৰ সঁহাৰি দিছিল। এলিণৰৰ নিজৰ গৃহস্থালিখনৰ খাদ্য বচোৱা আঁচনিখন আদৰ্শস্বৰূপ আছিল। ৰান্ধনীয়ে যাতে এৰো খাদ্য অপচয় নকৰে সেইপিনে চকু ৰাখিছিল। দহজন লগুৱাৰ এজনে আনজনৰ অপচয়মূলক কামত চকু ৰাখিছিল আৰু পেলনি যোৱা বস্তুবোৰ কেনেকৈ ব্যৱহাৰ কৰিব পাৰি তাৰ বুদ্ধি উলিয়াই প্ৰত্যেকজন লগুৱাকে উৎসাহিত কৰিছিল। এলিণৰৰ এই প্ৰচেষ্টাক বহুতে হাঁহি উৰুৱাই দিছিল। ফ্ৰেংকলিনে জোকাই এলিণৰলৈ লিখিছিল, "লাখপতিসকলৰ গৃহস্থালিৰ মিতব্যয়িতাৰ উদ্ভাবিকাজনৰ পতি হিচাবে গৌৰৱ অনুভৱ কৰিছোঁ। অনুগ্ৰহ কৰি দহজন লগুৱাৰ মেজত পেলনি যোৱা বস্তুবোৰ থৈ গোটেই পৰিয়ালটোৰ এখন ফটো লবা, মই 'চানডে টাইমচ'ত প্ৰকাশ কৰিবলৈ পঠিয়াম"। কোনোবাই হয়তো কৈছিল এলিণৰ বলিয়া হ'ল নেকি?

এইবোৰ মন্তব্যত এলিণৰে দুখ পাইছিল। কিন্তু নিজৰ কাম এৰি নিদিছিল, ৰেডক্ৰচ কমিটিত যোগ দি উলৰ সাজ কৰিবৰ কাৰণে উল বিতৰণ কৰা কাম লৈ সৈন্যৰ কাৰণে উলৰ সাজ সংগ্ৰহ কৰি পঠোৱা কাম ৰেডক্ৰচৰ যোগেৰে কৰিবলৈ ল'লে। চিলাইকলত কাপোৰ চিলাবলৈ শিকি নৌবাহিনীৰ কাৰণে ঘৰতে পায়জামা আদি চিলাবলৈ ল'লে, ইয়াৰ পাছত মটৰগাড়ী চলাবলৈ শিকি সকলো কামতে আত্ম-নিৰ্ভৰশীল হবলৈ দৃঢ় প্ৰতিজ্ঞ হ'ল। এলিণৰে গভীৰভাৱে যুদ্ধৰ কাম-বিলাকত ৰেডক্ৰচৰ যোগেৰে সোমাই পৰিল। কেতিয়াবা কেতিয়াবা ন দহখনমান সৈন্য কঢ়িওৱা ৰেলগাড়ী ওৱাচিংটন ৰেলৱে জংচনত ৰয়হি, স্বেচ্ছাসেৱক স্বেচ্ছাসেৱিকাৰে সৈতে বৈ থকা সৈন্যবিলাকৰ কাৰণে কেন্টিনৰপৰা চুপ চেণ্ডউইচ যোগোৱা কাম লৈছিল। কেন্টিনত এলিণৰ শক্তিৰ উৎস আছিল আৰু প্ৰাণস্বৰূপ আছিল। নৌবাহিনীৰ উলগোঁঠা বিভাগৰ কৰ্ত্ৰী হিচাবে এলিণৰে ৪০ টা বিভাগ একেলগে চলাবলগীয়া হৈছিল ইংলণ্ডত ৰেডক্ৰচৰ কাম সংগঠন কৰিবৰ কাৰণে এলিণৰৰ নাম প্ৰস্তাৱিত হ'ল। তেতিয়া ১৯১৮ চন। এলিণৰৰ যাবলৈ মন গৈছিল। কিন্তু ল'ৰা-ছোৱালীৰ দায়িত্ব এৰাই যাবলৈ মন নকৰিলে। তাৰোপৰি স্বাধীন মুকলিমুৰীয়া হৈ যোৱা কামত শাহুৱেকেও সম্মতি নিদিব। ফ্ৰেংকলিন ইউৰোপলৈ যাবলগীয়া হ'ল। এলিণৰ অকলে এই সেৱামূলক কামবোৰত ব্যস্ত হৈ থাকিল। যুদ্ধ শেষ হোৱাৰ পাছত আহত সৈন্যবোৰৰ শুশ্ৰূষাৰ কাৰণে থকা ৰেডক্ৰচ হস্পিতালত এলিণৰ আকৌ সোমাই পৰিল। নিজৰ কামৰ পুৰস্কাৰ হিচাবে এলিণৰে কেতিয়াবা মাক বিলাকৰ চিঠি পাই আনন্দ আৰু উৎসাহ পায়। এগৰাকী মাকে লিখিছিল "মোৰ লৰা নৌবাহিনীৰ হস্পিতালত এক এপ্ৰিলৰ পৰা আঠ জুলাইলৈকে আছিল। তুমি মোৰ লৰাটোক মনদি যত্ন লৈ আনন্দ দিয়া কাৰণে মই তোমালৈ ধন্যবাদ জনাইছোঁ।····· তোমাৰ লগত যেন তুমি সূৰ্যৰ ৰশ্মিখিনি লৈ আহা আৰু সদায় তুমি তাৰ লগত কথাপাতা আৰু তাক প্ৰফুল্লিত কৰা"—এই চিঠিবোৰ পাই এলিণৰৰ মন সন্তুষ্টিৰে ভৰি উঠে।

যুদ্ধই মানুহৰ নৈতিকতা তললৈ নিয়ে বুলি শাহুৰেক চাৰা কজভেল্টে আক্ষেপ কৰে। কিন্তু এলিণৰে ভাবে যুদ্ধই মানুহৰ দায়িত্ববোধ আনি দিয়ে আৰু দেশৰ কাৰণে থকা কৰ্ত্তব্যবোধক সজাগ কৰি তোলে। ৰাজহুৱা কাম কৰি ক্লান্ত হলে এলিণৰে কয় "মই আশ্ৰমলৈ সন্ন্যাসিনী হৈ যাব পাৰিলেহে শান্তি পাম—" কিন্তু বাহিৰৰ কামত এবাৰ ওলাই শুই থকা ৰাজকন্যা যেন সাৰ পাই উঠিল—নিজৰ ব্যক্তিগত সুখলৈ কেতিয়াও সন্তুষ্ট থাকিব নোৱাৰি পিছৰ গোটেই চোৱা জীৱন পৃথিৱীত হৈ থকা অন্যায়বোৰৰ ওপৰত চকু ৰাখি মানুহৰ দুখ লগা অৱস্থা দেখি সহানুভূতিশীল হৈ মানুহৰ জীৱন উন্নততৰ আৰু সুখী কৰা কামত আত্মনিয়োগ কৰিলে।

একেবাৰে ঘৰুৱা জীৱনলৈ উভটি নহাৰ কাৰণ এলিণৰৰ আৰু এটা আছে। তেওঁৰ সামাজিক কামৰ কাৰণে নিযুক্ত কৰা মহিলা লুচি মাৰ্চাৰৰ প্ৰতি ফ্ৰেংকলিনৰ ভালপোৱা হৈছিল। এলিণৰ কজভেল্টৰ জীৱন গঢ় দিওঁতে লুচি মাৰ্চাৰৰ প্ৰসংগই যথেষ্ট ইন্ধন যোগালে। ঘৰুৱা জীৱনৰ আকৰ্ষণতকৈ বাহিৰৰ জগতৰ আহ্বানে এলিণৰক টানি লৈ গ'ল। ফ্ৰেংকলিনে আন এগৰাকী মানুহক ভালপোৱা কাৰণে তেওঁ হতাশ হৈ পৰিল। তেওঁ একেবাৰে বেলেগ ধৰণৰ জীৱন নিয়াবলৈ ঠিক কৰিলে। শাহুআই চাৰা আৰু স্বামীৰ বশ্যতা স্বীকাৰ কৰি চলা জীৱনৰ যেন সামৰণি পৰিল। পঁচিশ বছৰৰ পাছত নিজৰ কথা লিখোতে এলিণৰে লিখিছিল—"এই ঘটনাৰ উমান পাই তেওঁৰ পৃথিৱীখন খহিপৰা যেন লাগিছিল তেওঁ নিজৰ পাৰিপাৰ্শ্বিকতা, নিজৰ পৃথিৱীখনৰ লগত প্ৰথমবাৰৰ কাৰণে অকাল সন্মুখীন হ'ল। তেওঁ নিজৰ কাম বাচি ললে। যি কৰিব লাগে তাতকৈ তেওঁ যি কৰিব মন যায় তালৈ বেচি গুৰুত্ব দিলে। নিজৰ স্বামীক তেওঁ ক্ষমা কৰিলে তেওঁলোক একেলগে থাকিব বুলিও ঠিক কৰিলে। কিন্তু তেওঁলোকৰ সম্বন্ধ আগৰদৰে হৈ নেথাকিল। তেওঁ মহৎ কথাবোৰৰ কথা বেচি দ কৈ ভাবিবলৈ ধৰিলে আৰু ঘৰুৱা সৰু সৰু কথাবোৰৰ কথা পুংখানু-

সুখ ভাৱে চাই বৰ দায়িত্বপূৰ্ণ ভাৱে মহৎ কথাবোৰৰ লগত সম্বন্ধ ৰাখি কাম কৰিব বুলি ঠিক কৰিলে। তেওঁৰ জীৱন পৃথিৱীৰ সকলো মহিলাৰ কাৰণে অনুপ্ৰেৰণা স্বৰূপ হৈ পৰিল—আৰু তেওঁৰ স্বামীৰ লগৰ সম্বন্ধই আমেৰিকাৰ বুৰঞ্জীৰ পৌত্তত এটা লেখত লবলগীয়া প্ৰভাৱ বিস্তাৰ কৰি থৈ গ'ল। লুচি মাৰ্চাৰৰ লগত হোৱা ঘটনাৰ বিষয়ে এলিণৰে নিজৰ কিতাপখনত কেতিয়াও উল্লেখ কৰা নাই আৰু এইবিষয়ে তেওঁ বেচিকৈ কৰলৈও বৰ টান পাইছিল। কিন্তু মান অতি নিবিড় ঘনিষ্ঠভাৱে সম্বন্ধথকা বন্ধু বা বান্ধৱীৰ আগত তেওঁলোকৰ ঘৰুৱা জীৱনৰ মৰম ভালপোৱা ক্ষেত্ৰত হোৱা অশান্তি তেওঁৰ নিজৰ অভিজ্ঞতাই দূৰ কৰাত সহায় কৰিব পাৰিব বুলিহে তেওঁ এই বিষয়ে কেতিয়াবা কৈছিল।

এলিণৰে লুচি মাৰ্চাৰক নিজৰ সামাজিক কামৰ সম্পাদিকা কৰিছিল। তেওঁক সহায় কৰিবলৈ সপ্তাহত তিনিদিন ৰাতিপুৱা লুচি মাৰ্চাৰ আহিছিল। শাহুৱেক চাৰা রুজভেল্টে লুচিক নিযুক্তি দিয়াত সম্মতি দিছিল কাৰণ ৰক্ষণশীল পৰম্পৰাক মূল্য দিয়া চাৰাই লুচিৰ বংশ পৰিয়ালৰ বিষয়ে ভালদৰে জানিহে লুচিৰ নিযুক্তিত সম্মতি দিছিল।

ফ্ৰেংকলিন আছিল আনন্দ উৎসৱ ভালপোৱা বিধৰ মানুহ—নৈশ ভোজবিলাকত নাচি বাগি বৰ আনন্দ পায়। দেখিবলৈ ধুনীয়া ফ্ৰেংকলিন সেইসময়ৰ আকৰ্ষণীয় পুৰুষ আছিল। ফ্ৰেংকলিনৰ জনপ্ৰিয়তাক এলিণৰে কেতিয়াও ঈৰ্ষা কৰা নাছিল - যেতিয়ালৈকে তেওঁৰ প্ৰতি ফ্ৰেংকলিন সঁচা হৈ আছে বুলি তেওঁ জানিছিল। লুচি মাৰ্চাৰ দেখিবলৈ ধুনীয়া আৰু সকলো পুৰুষৰ প্ৰশংসাৰ পাত্ৰী। লুচি মাৰ্চাৰৰ লগত ফ্ৰেংকলিনৰ সম্বন্ধৰ বিষয়ে এলিণৰৰ মনত সন্দেহ নোহোৱাকৈ থকা নাছিল। শাহুৱেকলৈ লিখিছিল "আপোনাৰ লগত মোৰ বহুত কথা কবলগীয়া আছে—এই কথাবোৰ চিঠিত প্ৰকাশ কৰিব নোৱাৰি।" ৰবদেউতাকৰ ছোৱালী এলিচে ফ্ৰেংকলিনক লুচি মাৰ্চাৰৰ লগত গাড়ীত দেখিছিল আৰু সামাজিক বৃত্তত এই বিষয়ে বুবু-বাবা অলপ হৈছিল। এলিণৰৰপৰা

ফ্ৰেংকলিন বহুত দিন ওৱাচিংটনত আঁতৰি আছিল। এবাৰ ফ্ৰেংকলিন নিউমোনিয়া বেমাৰত ৰোগশয্যাত থাকোতে এলিণৰে চিঠিপত্ৰ চোৱা-মেলা কৰি চিঠিৰ উত্তৰ দিছিল। এই চিঠিৰ মাজতে লুচি মাৰ্চাৰৰ চিঠি এখন পাই এলিণৰৰ সন্দেহ দৃঢ় হ'ল। বিয়াৰ পাছত এলিণৰ বহুসময়ত নিৰাপত্তাহীন অৱস্থাৰ সন্মুখীন হৈছিল। কিন্তু সকলো অৱস্থাতে কৃত-কাৰ্যতাৰে পাৰ হৈ আহিব পাৰিছিল—কাৰণ ফ্ৰেংকলিনৰ ভালপোৱাই তেওঁক বল যোগাইছিল—কিন্তু এতিয়া সকলোবোৰ তোলপাৰ হৈ গ'ল। লুচিৰ চিঠিবোৰৰ সৈতে এলিণৰ ফ্ৰেংকলিনৰ সন্মুখীন হ'ল। এলিণৰে স্বামীক নিজৰ ইচ্ছামতে কাম কৰিবলৈ স্বাধীনতা দিলে। সকলো কথা ভাবি চিন্তি বিবাহ বিচ্ছেদত এলিণৰে সন্মতি দিলে। বিবাহ বিচ্ছেদে ফ্ৰেংকলিনক ৰাজনৈতিক জীৱনত আগবাঢ়ি যোৱাত বাধা দিব। লুচি মাৰ্চাৰ আছিল গোড়া কেথলিক। তেওঁ হয়তো ছয়টা লৰা-ছোৱালীৰ সৈতে আগতে বিয়া হোৱা মানুহ এজনক বিয়া কৰিবলৈ অমান্তি হব। এলিণৰে ফ্ৰেংকলিনক ভাবিবলৈ কলে আৰু লুচিয়ে এবাৰ নিদিলে। নিজে বিবাহ বিচ্ছেদ কৰিবলৈ ৰাজী হ'ল। ল'ৰা-ছোৱালীৰ কথা ভাবি এলিণৰে পিছত বিবাহ বিচ্ছেদত বেছি মন নিদিলে ফ্ৰেংকলিনৰো লৰা-ছোৱালীৰ প্ৰতি মৰম আছিল অসীম। লুচি নিজেই আঁতৰি গ'ল আৰু চাৰাৰ আপত্তিয়ে বিবাহখন ৰক্ষা কৰাত বহুত সহায় কৰিলে। তাৰোপৰি ফ্ৰেংকলিনে জানিছিল যে বিবাহ বিচ্ছেদে তেওঁৰ ৰাজনৈতিক জীৱনৰ সামৰণি পেলাব। শেষ বয়সত এলিণৰে এই বিষয়ে কওঁতে কৈছিল—"মোৰ স্মৰণ শক্তি হ্ৰাস হোৱা বাবে মই ক্ষমা কৰিব পাৰোঁ, কিন্তু পাহৰি কেতিয়াও নেযাওঁ।" লুচি মাৰ্চাৰ জড়িত ঘটনাৱলীৰ পাছত এলিণৰৰ অন্তৰত ধুমুহাৰ যেন সৃষ্টি হৈছিল। "মোৰ আগতে সক সুৰা কথাবোৰ চকুত নপৰিছিল কিন্তু মোৰ আত্মবিশ্বাস একেবাৰে হেৰাই গৈছে"—এবাৰ এলিণৰে এই বুলিও কৈছিল। যাক আধাৰশিলা কৰি নিজৰ জীৱন আৰম্ভ কৰিছিল আৰু যাক ভিত্তি কৰি পিছৰচোৱা জীৱন অতিবাহিত কৰিব বুলি ভাবিছিল সেই আধাৰ শিলা যেন খণ্ড-

বিখণ্ড হৈ গ'ল। অতি কষ্টেৰে এলিণৰ পুৰণা বন্ধু আৰু আপোন পৰিয়ালৰ লগত মিলি থাকিবলৈ চেষ্টা কৰিছিল। জীৱনৰ অৰ্থ এলিণৰৰ কাৰণে হেৰাই গ'ল। ফ্রেংকলিন আৰু এলিণৰ সুয়োজন কৃষ্টি-সম্পন্ন—সুয়োজনৰে দিনবোৰ বৰ বেয়াকৈ গৈছিল। অন্তৰৰ দুখ কেতিয়াবাহে এলিণৰে বাহিৰত প্ৰকাশ কৰিব পাৰিছিল। দুখৰ কাৰণ বিচাৰি এলিণৰে নিজকেই কেতিয়াবা ভৎ'সনা কৰে এই অভিজ্ঞতা বৰ তিতা, কিন্তু এই অভিজ্ঞতাই তেওঁৰ মনলৈ পৰিপক্কতা আনি দিলে। লাহে লাহে এলিণৰে বুজিব পাৰিলে যে "নিজৰ জীৱনৰ পৰিপূৰ্ণতা আন এজনৰ সহায়েৰে কেতিয়াও আনিব নোৱাৰি। বয়স হোৱাৰ লগে লগে ডাঙৰ হৈ হৈ বুজিব পাৰোঁ যে আমি প্ৰকৃততে কি আৰু তেতিয়াই আমি আচল সিদ্ধান্ত লওঁ আৰু সেই সিদ্ধান্তৰ দায়িত্বও লওঁ। সেই সিদ্ধান্ত সদায় তুমি নিজৰ কাৰণেই লবা। কাৰণ তুমি কেতিয়াও আন এজনৰ জীৱনত সোমাই জীয়াই থাকিব নোৱাৰা। তোমাৰ ল'ৰা-ছোৱালীৰ জীৱনতো তোমাৰ জীৱনৰ ঠাই নাই। তোমাৰ জীৱনৰ প্ৰভাৱেৰে কেৱল তুমি আনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰিবা।"

এলিণৰে নিজকে কামৰ মাজত ডুবাই ৰাখিলে। এলিণৰে লিখি-ছিল—"মনৰ হতাশৰ ভাৱ আঁতৰাবলৈ কামেই হ'ল একমাত্ৰ উপায়।" নিজৰ লৰা-ছোৱালী চোৱাচিতা কৰি গৃহস্থালি চলোৱা আৰু ওৱাচিংটনৰ আটাইতকৈ বেচি সম্ভাৱনা থকা ব্যক্তি এজনৰ পত্নীহিচাবে এলিণৰৰ কামৰ অন্ত নাছিল। তথাপিও এলিণৰে ৰেডক্ৰচ আদিৰ কামত বৰ আন্তৰিকতাৰে লাগি নিজক পুতৌ নকৰি নিজৰ ব্যক্তিগত দুখ পাহৰিবলৈ চেষ্টা কৰিলে। ফ্রেংকলিনৰ লগত সম্বন্ধ পুনৰ স্থাপন কৰিবলৈ যত্ন-পৰ হ'ল। মনৰ অৱস্থা ইমান বেয়া হ'ল যে এলিণৰে যেন ঈশ্বৰৰ ওচৰত আগৰ দৰে প্ৰাৰ্থনাও কৰিব নোৱাৰা হ'ল। প্ৰাৰ্থনা কৰিবলৈ হলে ঈশ্বৰৰ দয়া বিচাৰিলে মানুহৰ মন প্ৰেম আৰু দয়াৰে পূৰ্ণ হৈ থাকিব লাগিব। এলিণৰৰ মনত যেন এই ভাৱ নাই—সেই-

কাৰণে ঈশ্বৰৰ দয়া ভিক্ষা কৰি প্ৰাৰ্থনা কৰিবলৈ তেওঁৰ যুক্তি নাই। তেওঁৰ শাহুআই আৰু মাহীশাহুসকলৰ পৰম্পৰাগত ধাৰণাবোৰ এলিণৰে আৰু মানি চলিবলৈ অমান্তি হ'ল। তেওঁলোকে নিজে ভাল বুলি ভবা মানুহবিলাকৰ বাহিৰে আনৰ লগত মিলাপ্ৰীতি কৰা কোনোমতে সহ্য কৰিব নোৱাৰিছিল। তেওঁলোকৰ মতামত আৰু মানুহৰ প্ৰতি কৰা ব্যৱহাৰে এলিণৰক 'বলচেভিক' কৰি তুলিছে বুলি এলিণৰে এবাৰ মন্তব্য দিছিল। এলিণৰৰ মনৰ সেৱা কৰাৰ ইচ্ছা কেৱল পৰিয়ালৰ মাজতে আৱদ্ধ আছিল। তেওঁৰ মনৰ কৰুণাৰ ভাৱ নতুন ধাৰাৰে বৰলৈ ধৰিলে—অপমান আৰু হতাশাৰ ভাৱে এলিণৰৰ মনৰ পিয়াহ শুকাই দিব নোৱাৰিলে; হতাশাক জয় কৰি এলিণৰ যেন লাহে লাহে উঠি আহিব পাৰিছে কোনো কথাই বা কোনোৱেই একেবাৰে ভাল বা একেবাৰে বেয়া নহয়। নিজেই কব নোৱাৰে তেওঁলোৱা সিদ্ধান্তবোৰ ভাল নে বেয়া। নিজে অলপ বেচি সহনশীল ব্যক্তিহ্বে এটা উদ্দেশ্যলৈ দৃঢ়তাৰে এলিণৰ আগবাঢ়ি যাবলৈ চেষ্টা কৰিলে।

তেওঁলোকৰ ভুল বুজাবুজিৰ ভাৱ মনৰপৰা আঁতৰ কৰিবলৈ দুয়ো-জনে চেষ্টা কৰিলে। এলিণৰৰ মনত দুখ দি ফ্ৰেংকলিন দোষী যেন হৈ এলিণৰক সন্তুষ্ট কৰিবলৈ চেষ্টা কৰিলে। ফ্ৰেংকলিন লৰা-ছোৱালীৰ পঢ়াশুনা চোৱাচিতাৰ কামত লাগিল। কন্যা এনাৰ বীজগণিত শিকাত সহায়ৰ হাত আগবঢ়ালে। যুদ্ধশেষ হোৱাৰ পাছত ইউৰোপত থকা নৌবহৰৰ দপ্তৰ উঠাই দিবৰ কাৰণে ফ্ৰেংকলিন ইউৰোপলৈ যাব-লগীয়া হ'ল আৰু ফ্ৰেংকলিনে এলিণৰক লগত লৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। এলিণৰৰ বয়স তেতিয়া পঁয়ত্ৰিশ। বিয়াৰ ঠিক পাছতেই তেওঁলোক একেলগে ইউৰোপলৈ গৈছিল আৰু চৈধ্য বছৰৰ পাছত দুয়োজনে ইউৰোপ অভিমুখে যাত্ৰা কৰিলে। এইবাৰৰ যাত্ৰাত এলিণৰৰ আত্মপ্ৰত্যয় ফুটি উঠিছিল।

ফ্ৰেংকলিনৰ লগত যুদ্ধবিধ্বস্ত অঞ্চললৈ গৈ আহত সৈন্যবোৰ থকা হস্পিতাল পৰিদৰ্শনৰ কাম এলিণৰে নিপুণতাৰে হৃদয়ঢালি সমাধা

কৰিছিল। এই যুদ্ধ বিধ্বস্ত অঞ্চলবোৰ চাই এলিণৰৰ যুদ্ধৰ প্ৰতি বিতৃষ্ণাৰ ভাব এটা আহিছিলআৰু এইভাৱে পাছৰ জীৱনত তেওঁক অতিকৈ প্ৰভাৱান্বিত কৰিছিল। এইখিনি সময়তেকে এলিণৰ জাতি-সংঘ (League of Nations) নাৰীৰ ভোটাধিকাৰ আদিত লিপ্ত হোৱা নাছিল-আৰু এলিণৰে ৰাজনীতি কেৱল পুৰুষসকলে কৰে বুলি ভাবি আছিল।

১৯২০ চনত ফ্ৰেংকলিন ৰুজভেল্ট সহ-সভাপতিৰ প্ৰাৰ্থী নিৰ্বাচিত হ'ল। তেতিয়ালৈকে এলিণৰ ৰুজভেল্ট আমেৰিকাত বেচি জনাজাত নাছিল। বাতৰি কাকতবোৰে মিচেচ ৰুজভেল্টৰ কথা লিখোতে গৃহস্থীমহিলা বুলি বৰ্ণনা কৰিছিল। কিন্তু এখন বাতৰি কাকতৰ প্ৰতিনিধিয়ে এলিণৰৰ লগত দেখাসাক্ষাত কৰি তেওঁৰ পৃথিৱীত হৈ থকা ঘটনাৱলীৰ মন্তব্য শুনি স্তম্ভিত হৈছিল। এলিণৰে নিজকে ডেমক্ৰেটিক দলৰ বুলি কৈছিল আৰু ডেমক্ৰেটিক দলক প্ৰগতিবাদী দল বুলি কৈছিল। যুদ্ধৰ অৱসান কৰিবলৈ জাতিসংঘৰ উপযোগিতাৰ বিষয়ে কৈ আমেৰিকাই জাতিসংঘত যোগ দিয়াটো ভাল হব বুলি অভিমত দিছিল। এলিণৰে ঘৰখন ভাল পাইছিল—লৰাছোৱালী আৰু স্বামীৰ প্ৰতি থকা কৰ্তব্যৰ কথাও তেওঁ পাহৰি নগৈছিল তথাপিও ৰাজনৈতিক ঘটনাৰ লগত সম্বন্ধ ৰাখি পৃথিৱীত হৈ থকা কথাবোৰৰ খবৰ ৰাখি বিশ্বমানৱৰ কল্যাণৰ কাৰণে নিজৰ কিবা অৱদান দিব পাৰিলে জীৱন সাৰ্থক হব বুলি এলিণৰে ভাবিছিল। বাৰ্তাৰ কাকতৰ প্ৰতিনিধিজনে এলিণৰৰ গভীৰ অনুভূতিপূৰ্ণ মন্তব্যত মুগ্ধ হৈছিল। ফ্ৰেংকলিনৰ সহ-সভাপতিৰ কাৰণে কৰা নিৰ্বাচনী অভিযানত লুই হাওৱে বোলা এজন সাংবাদিকে এলিণৰক সহায় কৰিছিল। এই মানুহজনৰ লগত এলিণৰৰ ঘনিষ্ঠতা প্ৰথমতে বৰ আন্তৰিকতাপূৰ্ণ নাছিল। এলিণৰে মানুহজনক গুৰুত্ব নিদিছিল। কিন্তু ৰুজভেল্টৰ কৰ্মজীৱন গঢ়ি তোলোতে লুই হাওৱেই যথেষ্ট সহায় কৰিছে আৰু এলিণৰকো তেওঁৰ ভৱিষ্যতে কৰিবলগীয়া কামৰ কাৰণে প্ৰস্তুত কৰিছে। ৰুজভেল্টৰ নিৰ্বাচনী

অভিযানত এলিণৰ সহায় হৈছে বুলি ভাব এটা—লুই হাওৱেই এলিণৰৰ মনত সুমুৱাই দিছিল। কাৰণ এলিণৰৰ মনৰ দুখৰ কথা লুই হাওৱেই বুজিছিল। লুচি মাৰ্চাৰৰ লগত হোৱা ঘটনাৰ পাছত এলিণৰৰ আত্মবিশ্বাস হেৰাইযোৱাৰ কথাও তেওঁ গম পাইছিল—আৰু এলিণৰৰ কাৰ্যক্ষমতা—তেওঁৰ সংগঠন শক্তি আৰু সু অভিমতক প্ৰশংসা কৰিছিল। দুয়োজনে নিৰ্ব্বাচনত আহি পৰা সমস্যাৱলী আলোচনা কৰিছিল। এই নিৰ্বাচনত ফ্ৰেংকলিন পৰাজিত হ'ল। এলিণৰে প্ৰায়েই ফ্ৰেংকলিনৰ-পৰা খবৰ বাতৰি নেপাই মনত কষ্ট পাই থাকে আৰু লুই হাওৱেই স্বামীৰ কামৰ লগত এলিণৰৰ কামৰ স্বীকৃতি দিয়াই এলিণৰক সহায় কৰিছিল।

এলিণৰে এবাৰ অকলশৰীয়া ঘৈণী এগৰাকীক সান্ত্বনা দি লিখিছিল—"কামত কৃতকাৰ্যতা লভা সকলো মানুহে তুমি কোৱাৰ দৰে একেৰকমেই কাম কৰে আৰু তেওঁলোকৰ পত্নী সকলে নিজকে খাপ খুৱাই লব লাগিব। গিৰিহঁতৰ কামৰ লগত নিজৰ কাম মিলাই লব পাৰিলে আদৰ্শস্বৰূপ হয় নোৱাৰিলে পত্নীয়ে নিজৰ কাম কিছুমান উলিয়াই লৈ সেই কামবোৰ ভাল পাই বিকশি উঠিব লাগে আৰু তেতিয়া তেওঁলোকৰ কামত নিজৰ স্বামীবো কেতিয়াবা আনন্দৰ ভাগ লবলৈ মন যাব পাৰে।"

নিৰ্বাচনত পৰাজিত হৈ ফ্ৰেংকলিনে নিজৰ কামৰ বিৰাট আঁচনি ললে। বহুতো অনুষ্ঠানৰ সভাপতিৰ দায়িত্বভাৰ গ্ৰহণ কৰিলে আৰু কিতাপ লেখাৰ কামত লাগিল। এলিণৰেও নিজৰ কামৰ আঁচনি ললে টাইপ শিকিবলৈ এটা স্কুলত ভৰ্তি হ'ল, এগৰাকী গৃহিণীৰ ওচৰত ৰন্ধাবঢ়া শিকিবলৈ ঠিক কৰিলে আৰু মহিলা সংঘ এটাত সক্ৰিয়ভাৱে যোগ দিলে। তেওঁলোক যদিও শাহুৱেকৰ লগত একেলগেই আছিল এলিণৰে ঠিক কৰি পেলাইছিল যে তেওঁ আৰু পুৰণা ধৰণে নেথাকে নিজৰ ইচ্ছা অভিলাষক ওপৰত ঠাই দি জোৰ দি অভিমত দিবলৈ চেষ্টা কৰিব। এলিণৰে সহযোগ কৰা মহিলা ভোটদাতাসংঘৰ নেত্ৰীসকলে

মহিলাৰ ভোটাধিকাৰৰ কাৰণে যুঁজিছিল—মহিলাৰ কাম কাজৰ সুব্যৱস্থাৰ কথা চিন্তা কৰিছিল, ল'ৰা-ছোৱালীৰ কাম কৰাৰ সুবিধা আৰু স্বত্ব, ৰাজনৈতিক সংস্কাৰ আৰু বিশ্বশান্তিৰ কাৰণে কাম কৰিবলৈ আগবাঢ়ি আহিছিল। এই সংঘই এলিণৰক আইন সংক্ৰান্ত কাম চোৱা-চিতাৰ ভাৰ দিলে। সপ্তাহত এদিন এলিণৰ এলিজাবেথ ৰীডৰ আইন দপ্তৰলৈ গৈ কাগজপত্ৰ চোৱামেলা কৰা কামত লাগিল আৰু আইন নিৰ্বাচন কৰি সেই বিষয়ে মতামত দিবৰ কাৰণে সকলো ঠিকঠাক কৰিছিল। এই কাম কৰোতে এলিণৰ এলিজাবেথ ৰীড আৰু এস্থাৰেট লেণৰ লগত ঘনিষ্ঠ সম্বন্ধলৈ আহে। এই দুয়োগৰাকী অতি উচ্চ অৰ্হতা সম্পন্না কৰ্মজীৱী মহিলা আছিল আৰু এওঁলোকে এলিণৰক ৰাইজৰ কাম কৰাৰ শিক্ষা দিয়াত সহায় কৰিছিল। এওঁলোকৰ সযত্নেৰে লিখিত কামবোৰৰ জৰিয়তে ৰাইজৰ সমস্যাৱলীৰ সন্মুখীন হৈ সেই কামত গভীৰভাৱে লাগি লাগি এলিণৰে কাম কৰাৰ প্ৰকৃত মানদণ্ড এটা গঢ়ি তুলিলে। বাণিজ্যিক সন্থাবোৰৰ সভাত তেওঁৰ কি কৰিবলগীয়া কাম থাকিব পাৰে ঠিক কৈ জানিবলৈ আগ্ৰহ কৰে। এলিণৰৰ সৌম্যতাই সন্থাবোৰত এটা স্থিৰতা আনি দিলে। তেওঁ সদায় ব্যক্তিগত বাকবিতণ্ডাৰপৰা আঁতৰি থাকি সংঘৰ বৃহত্তৰ উদ্দেশ্যৰ প্ৰতি কাম কৰাৰ আগ্ৰহ দেখুৱাইছিল। সভাৰ প্ৰস্তাৱ লিখিত তথ্য-হিচাবে থকাটো এলিণৰে ভাল নেপাইছিল। কামত অগ্ৰগতি নহৈ কথাত কামবোৰ থাকি সভাভংগ হলে এলিণৰৰ কাৰণে সকলো সাঁথৰ যেন হৈ পৰিছিল। সেই কাৰণে এলিণৰে কয়—"আমাৰ মনত যি কাম কৰিবলৈ ভাব হৈছে আমি তাকেই হাতত লওঁ আৰু সেই কামত যি পাৰোঁ কৰি বাট বিচাৰি লম। মহিলা সংঘবোৰৰ সকলো আউল ভাঙি পুণৰ গঠন কৰা কামৰ দায়িত্ব এলিণৰৰ ওপৰত পৰিল। এলিজাবেথ ৰীড আৰু এস্থাৰলেপে তেওঁলোকৰ বান্ধৱীৰ কৰ্মশক্তি, স্পষ্টবাদিতা আৰু মনোবলত মুগ্ধ হ'ল। এই বান্ধৱীকেগৰাকীৰ ওপৰত এলিণৰে বহুখিনি নিৰ্ভৰ কৰিছিল আৰু পিছত এই দুয়োগৰাকী

মহিলাৰ লগতে এলিণৰে আবেলি সময় কটোৱা হ'ল। এওঁলোক কৃতিসম্পন্না বিদুষী মহিলা। এওঁলোকৰ দৰে বহুতো মহিলাই এলিণৰক সামাজিক কামত গভীৰভাৱে শিক্ষা দিয়াত সহায় কৰিছে। এলিণৰে ৰাজনৈতিক কথাবোৰ বহুত দিন পৰ্যবেক্ষণ কৰিছে। এতিয়া তেওঁ নিজে ৰাজনৈতিক কাৰ্যাৱলীৰ প্ৰশিক্ষণ লবলৈ আগবাঢ়ি আহিল। এলিণৰে সদায় তেওঁৰ স্বামীৰ লগত ৰাজনীতি জড়িত কাম কৰিবলৈ ভাল পাইছিল। ফ্ৰেংকলিনৰ কামত সহায় কৰি দিয়াটো তেওঁৰ জীৱনৰ প্ৰথম অভিলাষ আছিল। এলিণৰৰ সহায় ফ্ৰেংকলিনে সদায় বিচাৰিছিল। কিন্তু এলিণৰে এই কথা উপলব্ধি কৰিবপৰা নাছিল আৰু ফ্ৰেংকলিনে কব নেজানিছিল।

১৯২১ চনত ফ্ৰেংকলিন কজভেল্ট পলিঅ বেমাৰৰদ্বাৰা আক্ৰান্ত হ'ল। তেওঁ দুয়োখন ভৰি লৰাব চৰাব নোৱাৰা হল। এলিণৰৰ সাহস ধৈৰ্য্য, মনোবল এই পৰিস্থিতত ভালকৈ ফুটি উঠিছিল। ডাক্তৰ সকলে ফ্ৰেংকলিনৰ চিকিৎসা দীৰ্ঘদিন ব্যাপি চলিব বুলি মত দিলে। ফ্ৰেংকলিন আৰু এলিণৰ দুয়োজনৰে মনোবলেৰে ফ্ৰেংকলিন সুস্থ হৈ উঠিল। এলিণৰে ফ্ৰেংকলিনৰ ৰাজনীতিৰ প্ৰতি স্পৃহা কমিবলৈ নিদিলে। এলিণৰে জানিছিল আৰু বুজিছিল যে ফ্ৰেংকলিনৰ মনোবল অটুট ৰাখিবলৈ হ'লে তেওঁৰ ইচ্ছা আৰু অভিলাষক সদায় জাগ্ৰত কৰি ৰাখিব লাগিব কেইকাৰণে এলিণৰে শাহুয়েকৰ অমত স্বত্বেও সদায় নিজৰ পৰিবেশৰ মানুহৰ বাহিৰেও ৰাজনীতিত থকা মানুহৰ সম্বন্ধ ভালকৈ ৰাখিছিল। শাহুৱেক ৰক্ষণশীল। নিজৰ ল'ৰাক সদায় গন্যমান্য ভদ্ৰলোকহিচাবে শান্তিৰে ভদ্ৰভাৱে নিজৰ পৰিবেশৰ মাজত চলাফুৰা বাঞ্ছা কৰে—কিন্তু এলিণৰে নিজৰ মত ৰক্ষা কৰি ফ্ৰেংকলিনৰ বাহিৰৰ জগতৰ লগত সম্বন্ধ ৰাখিছিল। লুই হাওৱেইৰ লগত ব্যক্তিগত সম্বন্ধ শাহুৱেক চাৰাই ভাল নেপাইছিল। শাহুৱেকে সদায় এলিণৰৰ জীৱনত প্ৰাধান্য লাভ কৰি আহিছে কিন্তু ফ্ৰেংকলিনৰ অসুখত এলিণৰ নিজৰ ভৰিৰ ওপৰত থিয় হবলৈ শিকিলে। নিজৰ জীৱন,

নিজৰ স্বামীৰ জীৱন, নিজৰ লৰা-ছোৱালীৰ প্ৰশিক্ষণ সকলো যেওঁ নিজৰ অভিৰুচি আৰু ইচ্ছামতে চলাই লৈ যাবলৈ দৃঢ়ভাবে মন ঠিক কৰিলে। নিজৰ জীৱনৰ কথা লিখোতে এলিণৰে লিখিছিল "মই যদি দৃঢ়ভাবে এনেকুৱা ধৰণে কাম নকৰিলোহেঁতেন মই শাহুআই আৰু ফ্ৰেংকলিনৰ প্ৰতিধ্বনি হিচাবেহে জীয়াই থাকিলোহেঁতেন মোৰ ব্যক্তিত্ব চিৰদিনৰ কাৰণে দুৰ্বল হৈ পৰিলহেঁতেন।"

স্বামীৰ সহায়ৰ কাৰণে এলিণৰে ডেমক্ৰেটদলৰ লগত সম্বন্ধ ৰাখি কাম কৰিবলৈ ললে। এলিণৰে ফ্ৰেংকলিন কনভেন্টৰ নাম ৰাইজৰ আগত বচাই ৰাখিলে। দলৰ প্ৰধানকৰ্তা আৰু ৰাজহুৱা ব্যক্তিত্বসম্পন্ন লোক-সকলক ফ্ৰেংকলিনৰ ওচৰলৈ লৈ আহিছিল আৰু তুলনামূলকভাৱে অখ্যাত কিছুমান লোককো তেওঁৰ ওচৰলৈ লৈ আহিছিল। কোনো উপাধি বা মানপত্ৰৰ অভিলাষ নকৰি এলিণৰে দলৰ কাম কৰিছিল। সাধুতা আৰু মতবাদৰ দৃঢ়তাৰ কাৰণে এলিণৰে সোনকালেই নেত্ৰীৰ আসন লাভ কৰিলে। সাধাৰণ সকসুৰা কামৰপৰা আৰম্ভ কৰি বাতৰিকাকতৰ শিৰোনামা শোভা কৰা কাম এলিণৰে কৰিছিল। ফ্ৰেংকলিনৰ পলিঅ হোৱাৰ আগৰেপৰা লুই হাওৱেই এলিণৰক ৰাজনীতি জগতত সোমাবলৈ উদগনি দিছিল। নিজৰ বিবেকেও এলিণৰক এই কথাটো বাৰে বাৰে যেন সৱিয়াই কৈ আছিল। তাৰোপৰি এলিণৰৰ মনত আৰু এটা অভিলাষ যেন জাগি উঠিছিল। তেওঁ দেখুৱাব খুজিছিল যে যিজন মানুহে তেওঁৰ মনত পাহৰিব নোৱাৰা দুখ দিলে তেওঁৰ ৰাজনৈতিক জীৱনৰ কৃতকাৰ্যতা এলিণৰৰ কামৰ সফলতাৰ ওপৰতে ঘাইকৈ নিৰ্ভৰ কৰিছে।

ডেমক্ৰেটিক ৰাজ্যপৰিষদৰ মহিলা বিভাগে এলিণৰক সভানেত্ৰী হিচাবে লৈ পুঁজি সংগ্ৰহ সমিতি গঠন কৰিলে। ফ্ৰেংকলিনৰ উপদেশমতে এলিণৰে নিজৰ সমষ্টিৰ ৰাজনীতিত বেচিকৈ কাম কৰিবলৈ সময় দিলে কাৰণ থলুৱা মানুহৰ দৃঢ় সমৰ্থন নহলে ডেমক্ৰেট এজনৰ কেৱল নিউয়ৰ্কৰ কৰ্তাসকলৰ ওপৰত নিৰ্ভৰ কৰি জয়লাভ কৰা সহজ কথা

নহয়। এলিণৰে সমষ্টিৰ মহিলা সকলক সংগঠন কৰা কাম হাতত ললে। সংগঠন কৰা কামত বহুত বক্তৃতা দিবলগীয়া হয়। ডেমক্রেটিক সমাবর্ত্তনবোৰত এলিণৰে ভাগলোৱা হ'ল। এবাৰ দিনৰ ভোজনৰ অন্তত মিঠা ব্যঞ্জনবিধ অহাৰ আগতেই এলিণৰে গাঁৱত সভা আছে বুলি বিদায় লৈ যাবলগীয়া হৈছিল আৰু বৰজনাক ৰ'জি কজভেল্টে ফ্রেংকলিনক কৈছিল—

"আকৰী মৈত উঠিলে নমাবলৈ টান হব কিন্তু"·· মহিলা ৰাজনৈতিক দলে ডেমক্রেটিক দলৰ প্রার্থীক সহায় কৰিছিল। গণতন্ত্রবাদী কিয় হৈছোঁ এই শিতানত এলিণৰে লিখিছিল 'গণতন্ত্রবাদীসকলে সমূহ মানুহৰ কাম কাজ আৰু মংগলৰ কাৰণে চকু দিয়ে ব্যৱসায়ীৰ কামৰ কৃতকার্যতালৈ কম মন কৰে।" নিজে যি ধৰণে লালন পালন হৈছিল সেই সমাজৰ ভাৱধাৰাৰপৰা এলিণৰ কেনেকৈ আঁতৰি আহিছিল পিছৰ কথাখিনিয়ে ভালকৈ ফুটাই তোলে,—"আপোনালোকে যদি ভাবে যে জাতি এটাই তুলনামূলকভাৱে কম সংখ্যক মানুহলৈ সুখ সুবিধা আনি দিলে,—তেওঁলোকে সুযোগ সুবিধা স্থান লাভ কৰি নিজৰ সুউচ্চ কৃষ্টি ৰক্ষা কৰি তেওঁলোকতকৈ অসুবিধাত থকা সকলক সুযোগ সুবিধা দিবলৈ আহে তেন্তে আপুনি ৰিপাব্লিকান—যদি আপুনি বিশ্বাস কৰে যে মানুহে পোহৰ পাবলৈ নিজে সংগ্রাম কৰিব লাগে তেতিয়া আপুনি যুক্তিসংগতভাৱে ডেমক্রেট বা গণতন্ত্রবাদী।" ট্রেড ইউনিয়নৰ নেত্রী কেগৰাকীমানৰ লগত এলিণৰৰ পৰিচয় হৈছিল, কিন্তু তেওঁলোকক চাৰাই বেয়া পাব বুলি ঘৰলৈ নিমন্ত্রণ কৰিবলৈ সাহ গোটাবপৰা নাছিল। চাৰাৰ দৃষ্টিভংগী আছিল জমিদাৰীধাৰাৰ। সমাজত স্থান লৈ থকা মানুহক মূল্য দিছিল। এলিণৰে এই মনোভাৱক সহানুভূতিহীন মনোবৃত্তি বুলি কৈছিল আৰু নিজৰ লৰা-ছোৱালী এই মনোভাৱেৰে প্রভাৱান্বিত হয় বুলি ভয় কৰিছিল। লাহে লাহে এলিণৰ ট্রেড ইউনিয়নৰ কামত সোমাই পৰিল। এলিণৰে এবাৰ ছুগৰাকী শ্রমিক কর্মীক ঘৰলৈ মাতি আনিছিল আৰু এবাৰ ঘৰ এৰি যাবলগীয়া

হোৱাত এই শ্ৰমিক সন্থাৰ মহিলা কেগৰাকীৰ ওখাৱধানত নিজৰ ল'ৰাকেইটা থৈ গৈছিল। এই মহিলাকেগৰাকীয়ে কি কাম কৰে এলিণৰে ল'ৰাকেইটাক ভালকৈ বুজাই দিছিল আৰু খ্ৰীষ্টমাচ উৎসৱ তেওঁলোকে মহিলা শ্ৰমিক সকলৰ লৰা-ছোৱালীৰ লগত কৰিবলৈ মান্তি হবনে নহয় সুধিছিল। শাহুয়েকে এইবোৰ বৰ ভয় কৰে। লৰা-ছোৱালীকেইটাই বস্তিৰ ল'ৰা-ছোৱালীৰ লগত খেলি বেমাৰৰ বীজাণু আনিব এই ভয়। কিন্তু এই যুক্তি এলিণৰে মানি নললে। খ্ৰীষ্টমাচৰ দিনা বস্তিৰ ল'ৰা-ছোৱালীৰ কাৰণে নানা উপহাৰ আৰু খাদ্য সামগ্ৰী লৈ আনিলে। নিমন্ত্ৰণীপত্ৰ লৰাহুটাৰ নামেৰে গৈছিল। ল'ৰা-কেইটাই খ্ৰীষ্টমাচত উপহাৰ দিয়া কথা ভাৱিবকে নোৱাৰিছিল। কাৰণ তেওঁলোকে সদায় উপহাৰ পাইহে আহিছে। এলিণৰৰ কাৰণে এই কাম তেওঁৰ বিপ্লৱমুখী সমতাৰ ভাৱ অনা চেষ্টাৰ প্ৰকাশ মাত্ৰ আছিল। বস্তিৰ লৰা-ছোৱালীৰ কাৰণে খ্ৰীষ্টমাচ সমাৰোহ ধনী মহিলাৰ দয়া দেখুওৱা পৰম্পৰাৰ দৰে হ'লহেতেন যদি এলিণৰে দেহে-কেহে শ্ৰমিক সকলৰ মংগলৰ কাৰণে সক্ৰিয়ভাৱে লাগি নেথাকিলেহেঁতেন। শ্ৰমিক মহিলাসকলে সপ্তাহত ৪৮ ঘণ্টাতকৈ কাম কৰিব নেলাগে। শিশুসকলক শ্ৰম কৰিবলৈ দিব নেলাগে আৰু শ্ৰমিক মহিলাক সংগঠিত হবলৈ স্বত্ব দিব লাগে বুলি অন্তৰৰপৰা অনুভৱ কৰিছিল। এগৰাকী শ্ৰমিক নেত্ৰীয়ে কৈছিল "ফ্ৰেংকলিনৰ ট্ৰেড ইউনিয়নৰ প্ৰতি দৃষ্টিভংগী একেবাৰে সলনি হৈ গ'লহেতেন যদি তেওঁ এলিণৰ আৰু তেওঁৰ বান্ধৱীসকলৰ সহায়ত ট্ৰেড ইউনিয়নৰ বিষয়ে নেজানিলেহেঁতেন।

এই সময়ছোৱাতে "লেডিজ হোমজাৰ্নেল" বোলা এখন মহিলা আলোচনীৰ প্ৰাক্তন সম্পাদক এজনে এটা জাতীয় প্ৰতিযোগিতা আহ্বান কৰিলে, "আমেৰিকা যুক্তৰাষ্ট্ৰই কেনেধৰণে আন্তৰ্জাতিক সহযোগিতাৰে বিশ্বশান্তি ৰক্ষা কৰিব লাগে।" এইশিতানত বাইজৰ মন্তব্যৰ প্ৰতিযোগিতা হৈছিল। সম্পাদক গৰাকীয়ে Esther Lape ক প্ৰতিযোগিতা চলোৱাৰ ভাৰ দিলে আৰু তেওঁ এলিণৰ লগত

"ভাবিলে দায়িত্ব লবলৈ মাস্তি হ'ল। নির্দলীয় মনোভাব দিবর কাৰণে প্ৰতিযোগিতা চলোৱা সমিতিত বিশাল্লিকান দলৰ মহিলা একৰাকীকো লোৱা হৈছিল। এই প্ৰতিযোগিতাই আমেৰিকাৰ চুকে কোণে থকা সকলো ঠাইৰপৰা ভাল সঁহাৰি পাইছিল আৰু এই কামত লাগি আন্তৰ্জাতিক ৰাজনীতিৰ লগত এলিণৰৰ ভালকৈ পৰিচয় হ'ল। কাৰণ বৰ মনযোগেৰে তেওঁ প্ৰত্যেকখন আঁচনি অধ্যয়ন কৰিছিল। ইয়াৰ কুৰিখন আঁচনি "শান্তিৰ পথলৈ' বুলি কিতাপাকাৰে প্ৰকাশিত হৈছিল। এই শান্তি বঁটা প্ৰতিযোগিতাৰ সমিতিত নিজৰ পত্নীৰ সহযোগিতা আছিল কাৰণে ফ্ৰেংকলিনে নিজৰ আঁচনিখন প্ৰতিযোগিতালৈ পঠিওৱা নাছিল, যদিও এই প্ৰতিযোগিতাই ফ্ৰেংকলিনক আন্তৰ্জাতিক ৰাজনীতিৰ কথাবোৰ চালিজাৰি চাই নিজৰ অভিমত গঢ়াত সহায় কৰিছিল।

এলিণৰে মহিলা সভা এখনত ভাষণ দি এবাৰ কৈছিল "আমাৰ বহুতৰে আমাৰ দেশখনে আৰু আন আন দেশাবাৰে কি কৰিব লাগে সেইবিষয়ে লবচৰ কৰিব নোখোজা ধৰাবন্ধা কিছুমান নীতি আছে। কিন্তু আমি যদি প্ৰত্যেকেই নিজৰ দৃষ্টিভংগীক ভাল বুলি খামোচ মাৰি ধৰি থাকো আমি কেতিয়াও প্ৰগতিৰ পথলৈ আগবাঢ়িব নোৱাৰিম। আমি সকলোৱে মুকলিমনেৰে কথা পাতি আমাক এখোজ আগবঢ়াই নিব খোজা সুবিধা গ্ৰহণ কৰিব লাগে ' মানৱ ইতিহাসৰ সকলো মহান পৰিবৰ্তন লাহে লাহে বহুতো এৰাধৰা কৰিহে হয়।" তেওঁৰ ৰাজনৈতিক কথাবোৰৰ প্ৰতি মনোভাৱ নৈতিকতাৰ ভেটিত প্ৰতিষ্ঠিত হৈছিল। বিশ্বৰ সকলো ধৰ্মই শান্তিৰ কাৰণে কাম কৰিবলৈ শিক্ষা দিয়ে। তোমাৰ নিজৰ দৰে ওচৰচুবুৰীয়াক মৰম কৰিবা, যীশুখৃষ্ট বুদ্ধদেৱ, ইহুদী গুৰুসকলেও এই কথাকে প্ৰচাৰ কৰিছিল। কিন্তু তেওঁলোকৰ অনুগামী-সকলে এই কথা পাহৰি গৈছে। পুঁজিপতি আৰু শ্ৰমিক সকলৰ মাজত যি অশান্তি আৰু আমাৰ বহুতো সম্প্ৰদায়ৰ মাজত যি অশান্তি হৈছে তাৰ কাৰণ বিচাৰিলে এই ধৰ্মগুৰু সকলৰ শিক্ষণীয় কথাবোৰ পাহৰি যোৱাটোৱেই হব। গৃহকেন্দ্ৰিক হৈ নিজৰ পৰিয়াল আৰু নিজৰ

ব্যৱসায় আহিত লাগি থাকি আমি প্ৰত্যেক মানুহেই আমাৰ মূল কৰিবলগীয়া কাম আওহেলা কৰোঁ। বিশ্বশান্তি ৰক্ষা কৰা বৰ্ত্তমানৰ প্ৰশ্ন হৈ উঠিছে আৰু নাৰীসকলৰ কাৰণে ই ধৰ্মযুদ্ধ স্বৰূপ।"
এই দুবছৰৰ ভিতৰতে এলিণৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ এগৰাকী নেত্ৰী-স্থানীয়া মহিলা বুলি পৰিগণিত হ'ল। বাতৰি কাকতে বিবৃতিৰ কাৰণে এলিণৰক অনুৰোধ কৰে। আঁনাতাৰ কেন্দ্ৰৰ যোগেৰে এলিণৰে কবলৈ আৰম্ভ কৰিলে। ফ্ৰেংকলিনৰ কাৰণে ৰাজনীতিৰ ভূমিকাৰপৰা আঁতৰি থকা কিমান কষ্টকৰ হৈছে এলিণৰে উপলব্ধি কৰিব পাৰিছিল আৰু সেই কাৰণে ফ্ৰে'কলিনলৈ লিখিছিল "তুমি মোৰ কাৰণে গৌৰৱান্বিত হব নেলাগে। তুমি ৰাজনৈতিক জগতলৈ যেতিয়ালৈকে আহিব নোৱাৰা তেতিয়ালৈকে মই সক্ৰিয় হৈ আছোঁ। পৃথিৱীক সেৱা কৰিবৰ অভিলাষ মই বৰকৈ কৰা না দেই। মই আকৌ সহজভাৱে নিস্কৰ্মা জীৱনলৈ উভটি যাব পাৰিম সোনকালে ভাল হৈ উঠা। নহলে মই অপ্ৰয়োজনীয় কথাবোৰ কৰি আছোঁ বুলি মনৰ ভাৱে মোক জয় কৰি লব। ফ্ৰেংকলিনৰ নিৰ্দেশত লুই হাওৱেইৰ প্ৰশিক্ষণ আৰু কেগৰাকীমান সুদক্ষা মহিলা সহকৰ্মীৰ সহযোগত এলিণৰ ৰাজহুৱা জীৱনৰ লগত জড়িত হৈছিল। অনুষ্ঠানবোৰত এলিণৰৰ নাম উল্লেখিত হ'ল সকলোৱে সমীহপূৰ্ণভাৱে লৈ কাম আৰম্ভ কৰে কাৰণ এলিণৰে সদায় নৈতিক প্ৰচেষ্টাৰে কাৰ্যসমাধাৰ ওপৰত বিশ্বাস ৰাখিছিল।

ডেমক্ৰেটিক ৰাজ্যপৰিষদৰ মহিলা বিভাগত এলিণৰে অফিচ কৰিলে। এলিণৰ পুঁজি কমিটিৰ সভানেত্ৰী আছিল। মহিলা সংগঠন কৰা কামত বিশেষকৈ তেতিয়াৰ মুনিহ সমাজত এই কামত স্বীকৃতি পোৱা বৰ কঠিন আছিল। এলিণৰে মহিলা সকলক কৈছিল "ৰাজনীতি খেলপথাৰত সোমাই কাম কৰিলেহে সমাজ গঢ় দিব পাৰিবা। এলিণৰ গাঁৱৰ জিলা বিলাকলৈ গৈছে। গাঁওত কাম কৰিবলৈ যোৱা কৰ্মীসংখ্যা তেতিয়া আঙুলি মূৰত লেখিব পাৰি। খেতিয়কৰ পত্নীসকলৰ লগত কথা পাতি গাওঁৰ দুৰ্দশা দেখি গাঁৱলীয়া সমস্যা সমাধান কৰিবলৈ

এলিণৰে অভিমত দিলে। "গাওঁ আৰু নগৰ পৰস্পৰৰ ওপৰত নির্ভৰ-শীল হব লাগে। মই নগৰ আৰু গাওঁ দুয়ো ঠাইতে আছোঁ। দেশৰ সকলো শ্ৰেষ্ঠ বুদ্ধিয়ে একেলগ হৈ নগৰৰ সমস্যা সমাধান কৰিবলৈ একেলগ হৈছে কাৰণে নগৰৰ সমস্যাবোৰৰ সু-সমাধান হৈছে। গাওঁৰ পিছপৰা অৱস্থাৰ উন্নতি হব যদি নগৰৰ মানুহে গাঁৱৰ সমস্যা সমূহীয়া বা যুটীয়া সমস্যা বুলি লৈ সমাধান কৰিবলৈ চেষ্টা কৰে

১৯২৪চনৰ নির্বাচনী অভিযানত এলিণৰ নিউয়ৰ্কৰ ৰাজহুৱা জীৱনৰ অতিব্যস্ত মহিলা হৈ পৰিছিল যদিও তেওঁৰ ব্যক্তিগত জীৱনৰ কর্তব্যৰ বোজাও অলপো পাতলা নাছিল। পংগু স্বামী একজনৰ মন আৰু শৰীৰৰ সুস্থতা যাইকৈ এলিণৰৰ ওপৰতে নির্ভৰ কৰিছিল। নিজৰ লাহে লাহে ডাঙৰহৈ অহা লৰা-ছোৱালীৰ দায়িত্বও কম নাছিল। ফ্রেংকলিনে ভৰিত জোৰ পাবৰ কাৰণে ফ্লৰিদাৰ গৰম পানীৰ সুঁতিৰ ওচৰলৈ গ'ল। এলিণৰে লৰা-ছোৱালীৰ খা-খবৰ নিতৌ স্বামীক জনাই আছিল। ডাঙৰ জীয়ৰী এনা তেতিয়া ১৮ বছৰীয়া আৰু একেবাৰে সৰু পুতেকৰ বয়স ৮ বছৰ। তাৰোপৰি শাহুআই চাৰাৰপৰা হোৱা অশান্তি এলিণৰে অকলেই ভোগকৰিবলগীয়া হৈছে। এইসময়ত এলিণৰ লিখা কথাৰপৰা এই-খিনি কথা জানিব পাৰি "তেওঁৰ স্বামী ব্যস্ত মানুহ—তেওঁক আৰু তেওঁৰ ল'ৰা-ছোৱালীক তেওঁ ভাল পায়। ফ্রেংকলিনে ভালপোৱা কথাবোৰ গুৰুত্বপূর্ণ বুলি ফ্রেংকলিনৰ আগত ৰাখিব পাৰিব লাগিব কাৰণে এই-বোৰ কাম কৰিব নোৱাৰিলে পুৰুষে কেতিয়াও সন্তুষ্টি লাভ কৰিব নোৱাৰে আৰু জীৱনৰ পৰিপূর্ণতা লাভ কৰিব পাৰিছে বুলি নেভাবে।" লুই হাওৱেই এলিণৰক সাহস আৰু সান্ত্বনা যোগাইছিল। লুইক ঘৰত থাকিবলৈ দিয়া কাৰণে শাহুৱেক চাৰাই আপত্তি কৰিছিল। চাৰাই নাতিনীয়েক কেইটাই তেওঁৰ মতে কাম নকৰিবলৈ বেয়া পায়, "মই তোমালোকক মোৰ সম্পত্তি দি দিম। মাৰাৰ লগত থাকিবলৈ বৰ আমনি লগা" ইত্যাদি কথাকৈ মাকৰপৰা লৰা-ছোৱালীক আঁতৰত ৰাখিব খুজিছিল। ঘৰুৱা সকলো কাম কাজৰ দিহা কৰি এলিণৰ

মাজে মাজে ফ্লৰিদালৈ ফ্ৰেংকলিনৰ ওচৰলৈ যায়। তাত ফ্ৰেংকলিনক চোৱাচিতা কৰিবলৈ আৰু বাহিৰা জগতৰ লগত চিঠিৰে যোগাযোগ ৰাখিবলৈ মিচ লেহেণ্ড নামৰ এগৰাকী পাৰদৰ্শী ছোৱালী থৈ দিছিল। চাবাই এই বন্দোবস্ত ভাল নেপাইছিল আৰু লুই ঘৰত থকা কথাত ঘৰ্ঘোৰ আপত্তি তুলিছিল। ফ্লৰিদাৰ গৰম পানীৰ সুঁতিটোত নাৱতে কৰি লোৱা ঘৰটোত মিচ লেহেণ্ডৰ প্ৰতিপত্তি দেখি এলিণৰৰ মনত অলপ ঈৰ্ষাৰ ভাবো হৈছিল। কিন্তু এলিণৰে লাহে লাহে মনৰ পৰিপক্কতা লাভ কৰি এই সকলুবা কথাবোৰ আওকাণ কৰিছিল। ফ্লৰিদাৰ গৰম পানীৰ উইঁৰ ওচৰৰ জীৱনৰ লগত এলিণৰ জড়িত হব খুজিছিল কাৰণ সেইখন ফ্ৰেংকলিনৰ বাজ্য আৰু হাইড পাৰ্কৰ ঘৰখন আছিল চাবাৰ। এলিণৰে নিজৰ ভালপোৱা কাম কৰি যাম বুলি জীৱনটো গঢ় দিব খুজিছে। চাবাই এলিণৰক বেছিভাগ সময় স্বামীৰ ওচৰত কটাই ৰাজছুৱা জীৱনত কম সময় দিবলৈ কৈ আছিল। কিন্তু স্বামী-স্ত্ৰীৰ মাজত বুজাবুজি হৈ গৈছে সেইকাৰণে তেওঁলোকে এই কথাটোত গুৰুত্ব নিদিছিল।

ফ্ৰেংকলিনে সৰু সৰু ল'ৰাকেইটাৰ লগত বনভোজ বা টেনিচ আদি খেলি আনন্দ দিব নোৱাৰে কাৰণে এলিণৰে নিজে টেনিচ খেলিবলৈ শিকি লৰাকেইটাক উৎসাহ দি আনন্দত ৰাখিবলৈ চেষ্টা কৰিছিল। তাৰোপৰি গাড়ীচলাই নিজে লৰাকেইটাক ওচৰচুবুৰীয়া গাঁও অঞ্চললৈ লৈ গৈছিল। জীয়েক এনাই স্কুল শেষ কৰিলে। আইতাকে কলেজলৈ নপঠিয়ায়। এনাৰ বিয়া ঠিক হ'ল। আইতাকে এনাৰ বিয়াৰ উপহাৰ হিচাবে কাকো নজনোৱাকৈ মনে মনে এটা ঘৰ দিবলৈ ঠিক কৰিলে। এলিণৰে তেওঁক নজনাই মনে মনে এই কামটো কৰা কাৰণে ভাল নেপালে কাৰণ তেওঁ জানিছিল যে বিয়াৰ পাছত ইমান আড়ম্বৰপূৰ্ণ জীৱন এটা লৈ এনাইঁত থাকিব নোৱাৰিব আৰু থাকিলেও আইতাকে অৰ্থ সাহায্য দিলেহে থাকিব পাৰিব। এলিণৰৰ মতে লৰা-ছোৱালী পোনপ্ৰথমে নিজৰ ভৰিত থিয় দি থাকিবলৈ শিকিলেহে ভাল। এলিণৰৰ সাজ-পোছাক ৰুচি সকলো শাহুৱেকে সমালোচনা কৰিবলৈ ধৰিলে

আৰু এলিণৰেও হাইড পাৰ্কত নৈথাকি মাজে মাজে বান্ধৱী কেগৰাকীৰ লগত থাকিবলৈ যোৱা হ'ল। চাৰ্লাই এলিণৰ নতুন বান্ধৱী কেগৰাকীক ভাল নেপাইছিল আৰু ফ্ৰেংকলিনলৈ লিখিছিল "তোমাৰ ঘৰৰ বাৰান্দাত সমাজবাদী সকলে ঘৰ মাটিত সুবিধা লৈ বহি যোৱা নাইনে?" ফ্ৰেংকলিনে হাইডপাৰ্কৰ ঘৰৰ দাঁতিতে সাঁতুৰিবলৈ এটা পুখুৰী খান্দিবলৈ ঠিক কৰিলে। এলিণৰে ফ্ৰেংকলিনক কৈ সেই পুখুৰীটো ভেওঁ মেৰিয়ণ আৰু নান বোলা বান্ধৱী কেগৰাকীয়ে সাজিব খোজা ঘৰটোৰ দাঁতিতে সজাই দিবলৈ মান্তি কৰালে। এই সৰু ঘৰটোত এলিণৰ মাজে মাজে বান্ধৱী কেইগৰাকীৰ লগত থাকে শাহুআই চাৰ্লাৰ লগত মতানৈক্য নহয় আৰু নান বোলা বান্ধৱী গৰাকীৰ কাৰুশিল্পত ৰাপ আৰু অভিজ্ঞতা থকা কাৰণে প্ৰাচীন আৰ্হিৰে চকী মেজ আদি যাৱতীয় কাঠৰ সামগ্ৰী কৰিবলৈ এটা কাৰখানা খুলিবলৈ ঠিক কৰিলে। এলিণৰ এই উদ্যোগৰ উৎসাহ দিওঁতা আছিল আৰু উদ্যোগটোৰ অনুপ্ৰেৰণা স্বৰূপ আছিল আৰু মূলধন দি সহায় কৰিছিল। নিজৰ অঁনাতাৰ ভাষণ, প্ৰবন্ধ আদি লিখাৰ বানচ আৰু উত্তৰাধিকাৰী সূত্ৰে যি ধন পাইছিল সেই ধনৰপৰা মূলধন দি এই উদ্যোগত স্থানীয় মহিলাবিলাকক শিল্প আৰু বোৱাকটাত ৰাপ বঢ়াবলৈ চেষ্টা কৰিছিল। কিবা এটা প্ৰয়োজনীয় কাম কৰিবৰ হেঁপাহ এই উদ্যোগটোৱেও এলিণৰৰ পূৰণ কৰিব নোৱাৰিলে। মেৰিয়াণ বোলা বান্ধৱীগৰাকীয়ে "টডহাণ্টাৰ' বোলা স্কুল এখন বেচিব খোজাৰ খবৰ দিলে— আৰু ফ্ৰেংকলিনৰপৰা অনুমতি লৈ দুয়ো বান্ধৱীয়ে স্কুলখন কিনিলে। ছোৱালীক শিক্ষা দি সমাজ আৰু দেশৰ প্ৰকৃত উপযোগী কৰাৰ আগ্ৰহ এলিণৰৰ অসীম—সেইবাৰণে এই স্কুলখনত শিক্ষয়িত্ৰী হৈ ছোৱালীক শিক্ষা দিয়াৰ কামত নিজকে নিয়োগ কৰিলে। বুৰঞ্জী সাহিত্য আৰু দেখাত নিৰস যেন লগা চৰকাৰৰ কথাবোৰ ছাত্ৰীবিলাকে সদায় দৈনন্দিন জীৱনত কৰি থকা কামবোৰৰ লগত একে বুলি ভাবিবলৈ শিকিব লাগে বুলি এলিণৰে ভাবিছিল। শিক্ষয়িত্ৰী হৈ এলিণৰে জীৱনৰ অতি সুখৰ মুহূৰ্তবোৰ

লাভ কৰিছিল। ছোৱালীবিলাকে তেওঁক পূজা কৰাৰ দৰে কৰিছিল আৰু ছাত্ৰীসকলৰ অনুপ্ৰেৰণাৰ উৎস আছিল এলিণৰ।

"লৰা-ছোৱালী ডাঙৰ হৈ উঠিলে চল্লিশ বছৰৰ পাছত বিদ্যমান মহিলাৰ মন শূন্যতা আৰু নিসংগতাৰ ভাৰেৰে ভৰি উঠে। ৰাজনীতিৰ প্ৰতি তিৰোতাসকলৰ বাপ নেথাকে কাৰণে তেওঁ দুখ প্ৰকাশ কৰে। তিৰোতাৰ কাৰণে ঘৰখনৰ দায়িত্ব সৰ্বপ্ৰথম কিন্তু দ্বিতীয়, তৃতীয় বা শেষ ঠাই দিবৰ কাৰণেও বহুতো চিন্তা কৰিবলগীয়া বিষয় আছে। যদি মোক কোনোবাই সোধে "তুমি জীৱনত কি বিচৰা ?" মই কম নিজকে কিবা প্ৰয়োজনীয় কামত লাগিবৰ কাৰণে সুবিধা বিচাৰো—মোৰ সম্পূৰ্ণ বিশ্বাস যে সঁচা সুখ পাবলৈ হলে নিজক ব্যস্ত ৰাখি প্ৰয়োজনীয় কাম কৰিব লাগে।" সক এখন কাম কৰা মেজত এলিণৰে সাংবাদিকসকলৰ অলেখ প্ৰশ্নৰ উত্তৰ দিয়ে। লৰাৰ পঢ়াশুনা বন্দৰস্ত কৰে। ঘৰৰ খুটি-নাটি কামবোৰ চোৱা চিতা কৰি ৰাতিপুৱা ১০ বজাৰ আগতেই নিজে ভালপোৱা স্কুলৰ শিক্ষয়িত্ৰী কাম কৰিবলৈ লৰ ধৰে। যিবিলাকে কয় যে তিৰোতাই ৰাজনীতিত যোগ দিলে নাৰীসুলভ গুণৰাশি হেৰুৱাই পেলায়—তেওঁলোকৰ যুক্তিৰ বিৰুদ্ধে এলিণৰ ৰুজভেল্টৰ জলন্ত উদাহৰণ সুন্দৰকৈ ডাঙি ধৰিব পাৰি।

ৰাজনৈতিক জগতত ফ্ৰেংকলিনৰ নাম আঁতৰি নেযাবলৈকে এলিণৰ ৰাজনীতিত সোমাইছিল আৰু তেওঁ এই ক্ষেত্ৰত কৃতকাৰ্য হৈছিল। কাৰণ সেইবাৰ ডেমক্ৰেটিক সমাৱৰ্তনে ফ্ৰেংকলিনক সংসদৰ ( senate ) প্ৰাৰ্থী হিচাবে মনোনয়ন কৰিছিল। এই মনোনয়ন গ্ৰহণ কৰিবনে নকৰে সেই লৈ বহুতো অন্তৰ্দন্দৰ সন্মুখীন হবলগীয়া হৈছিল। কাৰণ অলপ বল পাই অহা ভৰিদুখনৰ চিকিৎসাত ব্যাঘাট হব বুলি ভাবি ফ্ৰেংকলিনে প্ৰথমতে মনোনয়ন পত্ৰ গ্ৰহণ কৰিবলৈ অমান্তি হৈছিল—পিছত মনোনয়ন তেওঁ গ্ৰহণ কৰিলে আৰু বিপুল ভোটাধিক্যত জয়লাভ কৰি এলবেণিৰ ৰাজ্যপাল হৈছে। এলিণৰে ফ্ৰেংকলিনৰ ৰাজনীতিত পুনৰ আবিৰ্ভাৱ হোৱাত মন্তব্য কৰিছিল "পলিঅ অসুখত

বিজয়ী হৈ উঠাটো এখন নাটকৰ বিষয়বস্তু সকলো ভুক্তভোগীৰে হব পাৰে কিন্তু ৰাজনৈতিক জগতলৈ পুনৰ আগমণৰ সিদ্ধান্তই আৰু এখন বিৰাট নাটকৰ বিষয়বস্তু হৈ পৰিব। নিজে সুস্থ হৈ উঠাৰ চেষ্টাক জোৰ দিবলৈ নিজৰ অপাৰগতা মানি লৈ যি জীৱনলৈ আহিছে সেই জীৱনলৈ উভতি যাব।" এলিণৰে নিজৰ স্বামীক ৰাজনীতিলৈ উভতি আহিবলৈ উদগনি দি অতি সুন্দৰ কাম কৰিছিল কাৰণ বহুতে ফ্ৰেংকলিনক তেতিয়াও সুস্থ হৈ উঠা নাই বুলি ভাবি আছিল। কিন্তু এলিণৰে নিজেই নেজানিছিল যে তেওঁ স্বামীক উদগনি দিছে নেকি ?

ফ্ৰেংকলিন বিজয়ী হ'ল। এলিণৰে এলবেণিৰ ৰাজ্যপালৰ ঘৰটোৰ এটাইতকৈ ৰ'দপৰা কোঠাটো ফ্ৰেংকলিনৰ কাৰণে ঠিকঠাক কৰিলে এলবেণিত এলিণৰে নিজৰ জীৱন কেনেকৈ চলাব। ৰাজ্যৰ প্ৰথম মহিলা হিচাবে তিৰোতাসকলে ৰাজনীতিৰ জ্ঞানেৰে সমৃদ্ধ তিৰোতাৰ কাৰণে ভৰা এলিণৰৰপৰা বহুতো আশা কৰিছিল। এলিণৰে চৰকাৰত মহিলাক এটা স্থান দিবলৈ আগ্ৰহান্বিত আছিল। মহিলাৰ সমানাধিকাৰ লোৱাৰ প্ৰশ্নটোত এলিণৰৰ সান্নিধ্যত থাকি ফ্ৰেংকলিনেও সহানুভূতিৰে চাইছিল। কিন্তু ফ্ৰেংকলিনে সদায় ৰাজনীতি মূলতে পুৰুষৰ কাম বুলি বিশ্বাস কৰিছিল। তেওঁলোক দুয়োৰে মানুহ আৰু তেওঁলোকৰ সমস্যা-ৱলীৰ প্ৰতি দৃষ্টিভংগীৰ মিল নাছিল। সদায় মৰম আৰু কৰুণাৰ যুক্তিৰে এলিণৰে সমস্যাৱলীক সহাঁৰি দিছিল আৰু ফ্ৰেংকলিনে সদায় শাসন আৰু ক্ষমতাৰ দৃষ্টিভংগীৰে সমস্যাৰ সন্মুখীন হৈছিল। আনৰ উপকাৰ কৰিবলৈ কৰা কামত চিৰাচৰিত নীতিত আইনমূলক কথাবোৰে বাধাৰ সৃষ্টি কৰিলে এলিণৰে সেইবোৰ উলংঘা কৰি কাম কৰিব খুজিছিল। কিন্তু ফ্ৰেংকলিনে সদায় সুবিধাজনক বিবাদহীন কামবোৰ কৰিবলৈ ভাল পাইছিল। এলিণৰ অমত হলে দুয়োৰো মাজত মনোমালিন্য হৈছিল। কিন্তু এলিণৰে ভালদৰে জানিছিল যে ফ্ৰেংকলিন মানুহৰ জীৱন উন্নততৰ কৰিবলৈ ব্যগ্ৰ আৰু তেওঁৰ ৰাজনৈতিক কামৰ ইও এটা উদ্দেশ্য। বিনম্ৰভাৱে আৰু বুদ্ধিৰে নিজৰ নাম প্ৰকাশ নকৰি স্বামীৰ সহায়েৰে

নিজৰ বিশ্বাস থকা কামবোৰত আনৰ মংগলৰ কাৰণে কামত লাগি থাকিব পাৰিব বুলি এলিণৰে আশা ৰাখিছিল। ফ্ৰেংকলিনে ৰাজ্যপাল দপ্তৰৰ ভাৰ লোৱাৰ আগৰেপৰা এলিণৰে শাসননীতিৰ ধাৰাত প্ৰভাৱ বিস্তাৰ কৰিছিল। এতিয়া এলিণৰৰ ৰাজনৈতিক কাৰ্যকলাপৰ ৰূপ সলনি হ'ল। তেওঁ ৰাজনৈতিক বক্তৃতা নিদিয়া হ'ল। তিৰোতাৰ ৰাজনৈতিক দায়িত্বৰ প্ৰতি সজাগ কৰিবলৈ কৰা অনুষ্ঠানবোৰৰ লগত জড়িত থাকিও এলিণৰ ৰাজনীতিৰপৰা আঁতৰি থাকিবলৈ ইচ্ছা কৰিলে। "ডেমক্ৰেটিক নিউজ বোলা এখন আলোচনীৰ লগত এলিণৰ জড়িত আছিল। এই আলোচনীৰপৰা নিজৰ নাম আঁতৰাই দিলে। পটৰ আঁৰৰপৰা এই আলোচনীত তেওঁ সহযোগ কৰিছিল। ফ্ৰেংকলিনে এলিণৰক ৰাজনৈতিক সভা সমিতিত যোগ দিয়াত উৎসাহ দিছিল কিন্তু ৰাজনৈতিক বক্তৃতা ৰাজ্যপালৰ পত্নী হিচাবে দিয়াটো যুক্তিসংগত নহয় বুলি ধাৰণা কৰিছিল।

সংসদত ফ্ৰেংকলিনে ৰিপাব্লিকান দলৰপৰা বহুতো অভিযোগ আৰু প্ৰতিবাদৰ সন্মুখীন হৈছিল। সেইকাৰণে তেওঁ ৰিপাব্লিকান দলৰ অধিক শক্তি থকা ঠাই আৰু গাওঁঅঞ্চলৰ ঠাইবোৰ ৰাজ্যপাল হিচাবে নিজে পৰিদৰ্শন কৰি সেই ঠাইত জনগণৰ লগত সান্নিধ্যতা কৰিবৰ চেষ্টাৰে জাহাজেৰে ভ্ৰমণ কৰা কাৰ্যসূচী ঠিক কৰিলে। ফ্ৰেংকলিনৰ শাৰীৰিক অসুস্থতাৰ কাৰণে বহুতো ঘটনা বাহিৰত ওলাইছিল। এই ঘটনা আঁতৰ কৰাত এই ভ্ৰমণে সহায় কৰিছিল। নিজৰ পঙ্গু ভৰিৰ কাৰণে সকলো ঠাইলৈকে যাব নোৱাৰি ক্ষমা খুজিছিল। এলিণৰে তেওঁৰ হৈ হস্পিতাল, স্কুল, জেল আদি পৰিদৰ্শন কৰিবলৈ গৈছিল। নৌবাহিনীৰ সহকাৰী সম্পাদক হিচাবে কাম কৰোঁতে ফ্ৰেংকলিনে বহুত অনুষ্ঠান পৰিদৰ্শন কৰিছিল আৰু কি পৰিদৰ্শন কৰিব লাগে ভালদৰে জানিছিল আৰু পত্নীক এই বিষয়ে প্ৰশিক্ষণ দিছিল। এলিণৰে প্ৰথম পৰিদৰ্শন কৰি অহা হস্পিতালখনৰ বিৱৰণী চাই ফ্ৰেংকলিন অসন্তুষ্ট হ'ল। হস্পিতালত আহাৰ কি দিছে তাৰ তালিকাখন কেৱল চাই

আহিলেই নহয় তালিকাত থকা বস্তুবোৰ সঁচাকৈ বাস্তৱী ঘৰত আছে নে নাই তাকো পৰিদৰ্শন কৰি আহিব লাগে বুলি কলে। পৰিদৰ্শন কৰিবলৈ লৈ যোৱা কৰ্মচাৰীসকলৰ মুখাবয়বৰ ভাবো পৰিলক্ষিত কৰিব লাগিব। ৰোগী আৰু হস্পিতালৰ কৰ্মচাৰীসকলৰ কথাৰ বৈষম্যতা হলে মুখৰ ভাবৰপৰা সকলো কথা বুজিব লাগিব। এই কাম বৰ কষ্টকৰ কিন্তু এলিণৰে পাৰদৰ্শিতাৰে এই কামবোৰ শিকি ললে। অঘোষিত ভাবে পৰিদৰ্শন কৰিলে প্ৰকৃত চিত্ৰ পাব পাৰি আৰু সত্য উদ্‌ঘাটন কৰাত সহায় হয়। এলিণৰে পিছলৈ অঘোষিতভাৱে পৰিদৰ্শন কৰি ৰাজ্যিক অনুষ্ঠানৰ কাৰ্যাৱলীৰ আভাস ফ্ৰেংকলিনক দি আছিল।

কামকৰি এলিণৰে ভাল পাইছিল কিন্তু যিবোৰ কাম এলিণৰে নিজৰ কাম বুলি ভাবিছিল—যিবোৰ কামত নিজৰ যোগ্যতাই স্বীকৃতি পাইছিল সেই কামবোৰ তেওঁ বেচিভাল পাইছিল। কিন্তু বাইজে এলিণৰৰ মানৱীয় হৃদয়ৰ উমান পাই সকলো কথাতে এলিণৰৰ ওচৰ চাপিছিল। নিজে একো পৰিকল্পনা নকৰাকৈ বা নিৰ্দিষ্ট সময় ঠিক নকৰাকৈ এলিণৰে স্বামীৰ অনুমতি লৈ আজিকালিৰ ‘অম্বুদচ মেন’ (Ombuds man) বোলা কাৰ্যালয়ৰ কাম সমাধান কৰিছিল। আৱেদনকাৰীসকলৰ জীৱনত সোমাই তেওঁলোকক মানুহ হিচাবে চাইছিল। মানসিক চিকিৎসালয়ৰ ৰোগীৰ পৰিয়ালৰ বুকু-ভগা আৱেদন আছে। এলিণৰে সকলো কথা অনুসন্ধান কৰিবৰ কাৰণে বিভাগীয় ডাক্তৰসকললৈ আৱেদনবোৰ পঠিয়াই ব্যক্তিগতভাৱে সম্বন্ধ ৰাখে। বাৰ্দ্ধক্য জড়িত মানুহে পেন্সনৰ কথালৈ এলিণৰলৈ লিখে। জেলত থকা ল’ৰাৰ বিষয়ে কোনো মাকে সহায় বিচাৰি লিখে। এগৰাকী মাকে সপ্তাহত এদিন জেলত থকা লৰাটোক বাইবেলখন পঢ়ি শুনাবলৈ অনুৰোধ কৰিছিল আৰু এলিণৰে অনুৰোধ ৰক্ষা কৰিছিল। কোনো চিঠিয়েই উত্তৰ নিদিয়াকৈ পৰি নেথাকে। ফ্ৰেংকলিনে তেওঁ কিবোৰ কাম কৰিব পাৰে তাৰ সীমা নিৰ্দ্ধাৰণ কৰি দিছিল আৰু এই

সীমাৰ বাহিৰতো তেওঁ একো কাম নকৰিছিল। ফ্ৰেংকলিনৰ কাৰ্যাৱলীৰ লগত নিজৰ কামৰ সংগতি নেৰাখি কাম কৰিলে এলিণৰৰ কামবোৰ আট নলগা হতাওপৰা কৰা যেন হ'লহেঁতেন আৰু চৰকাৰী কৰ্মচাৰী সকলেও তেওঁক বেয়া পালেহেঁতেন। চৰকাৰী কৰ্মচাৰীসকলৰ মনত ফ্ৰেংকলিনে তেওঁলোক দুয়োজনক এটা 'যুটি' (Team) বুলি ভাবিবলৈ শিকাইছিল। এলিণৰ গাঁও আৰু নগৰৰ বহুত মহিলাৰ সতে সংশ্ৰৱ আছিল। ৰাজ্যপাল নিৰ্বাচনত ফ্ৰেংকলিন বিপুল ভোটাধিক্যত বিজয়ী হৈ উঠাত এলিণৰৰ অৱদান অসীম বুলি দলৰ কৰ্মকৰ্তাসকলে মুক্তকণ্ঠে স্বীকাৰ কৰিছিল। হাইড পাৰ্কত জয়লাভৰ আনন্দ উৎসৱ বহুত নিশালৈকে চলিছিল। এলিণৰে পিছদিনা নিজৰ স্কুলত কাম কৰিবলৈ ৰেল ধৰিবলৈ যাবলগীয়া হোৱাত ফ্ৰেংকলিনলৈ দুশাৰী চিঠি লিখি থৈ গৈছিল—"জগতজোৰা অভিনন্দন আৰু মৰমেৰে—এই বিজয় বহুতো ক্ষেত্ৰত হোৱা বিজয় আৰু সুউপাৰ্জিত। মোৰ শুভইচ্ছা ব'ল আৰু তোমাৰ সৌভাগ্য কামনা কৰিলোঁ—আৰু চিৰদিনলৈ—

ই. আৰ.।

ফ্ৰেংকলিনৰ জয়লাভে তেওঁৰ মানোবল দৃঢ়তৰ কৰিলে। ৰাষ্ট্ৰপতি পদ পাবলৈ তেওঁ মনত আশা ৰাখিছিল—সেইপদ শাৰীৰিক বাধাৰ সম্মুখীন হৈও আগবাঢ়ি গৈ পাওঁ পাওঁ যেন হলগৈ। কঞ্জভেল্টৰ সকলো আশা তেওঁৰ অসুস্থতাই মৰিমূৰ কৰি দিছিল। ফ্ৰেংকলিনৰ এই আশা পূৰণ হোৱাত এলিণৰে কৰা কামবোৰক উলাই কৰিব নোৱাৰি। আনক সেৱা কৰি এলিণৰে মনৰ পৰিপূৰ্ণতা লাভ কৰিছিল। কাৰোবাৰ মনত হতাশা বা লুকাই থকা অভিলাষ থাকিলে সেই অভিলাষক নিজৰ ধৰণেৰে বাস্তৱত ৰূপ দিয়াব পাৰিলে এলিণৰে মনত পৰিপূৰ্ণ শান্তি লাভ কৰিছিল। এলিণৰে তেওঁলোকৰ বিবাহক আত্মাৰ মিলন বুলি ভাবিবলৈ ভাল পাইছিল। নিজৰ ল'ৰা-ছোৱালী আৰু স্বামীৰ কামৰ কাৰণে কৰা এটা ব্যৱস্থা মাত্ৰ বুলি ভাবিবলৈ ভাল নেপাইছিল। কোনো কোনো বিশিষ্টা মহিলাই এলিণৰক আদৰ্শ

আধুনিক ভাৰ্যা বুলি কোৱা কাৰণে এবাৰ সাক্ষাৎ প্ৰসংগত কৈছিল "মৈথী প্ৰথমতে সহকৰ্মী আৰু ঘৰ এখন গঢ় দিওঁতা। আগতে এলিণৰে মাকৰ দায়িত্বক প্ৰথম স্থান দিছিল কিন্তু পিছলৈ তেওঁ কৈছিল যে সকলো কথা স্বামী-স্ত্ৰীৰ ব্যক্তিগত জীৱনৰ কৃতকাৰ্যতাৰ ওপৰত নিৰ্ভৰ কৰে। তেওঁ স্বামীৰ সান্নিধ্যলৈ আহে তেওঁৰ সমস্যাৱলীৰে ভৰা কামবোৰত ভাগ লব খোজে। নিজকে স্বামীৰ কথামতে ঘূৰা যন্ত্ৰ হিচাবে পৰিচালিত কৰিব নোখোজে। কিন্তু ফ্ৰেংকলিন যিখন সমাজত ডাঙৰ দীঘল হৈছিল তাৰ মতে আদৰ্শ দম্পতিয়ে পুৰুষৰ অহমিকা আৰু স্ত্ৰীৰ আত্ম-নিবেদনৰ ওপৰত গুৰুত্ব দিছিল। তাৰোপৰি আত্মকেন্দ্ৰিক ফ্ৰেংকলিনে জানিছিল যে কোনেও তেওঁক নিদিও বা নকৰোঁ বুলি কব নোৱাৰে। এলিণৰে নেতিবাচক উত্তৰ দিব পাৰে কিন্তু এইটোৱেই হৈ পৰে এলিণৰৰ কাৰণে সমস্যা। নিজৰ মতটো তেওঁৰ মনত দুখ নিদিয়াকৈ কেনেকৈ ডাঙি ধৰিব পাৰে। এনেকুৱা পৰিস্থিতি হলে ফ্ৰেংকলিনে সমস্যা এৰাই চলিব খোজে। তেওঁৰ মনৰ ভাব এলিণৰে বুজি নেপায়। এনেকুৱা পৰিস্থিতিয়ে দুয়োজনৰ বন্ধুত্বৰ বা সহকৰ্মীৰ ভাব নষ্ট কৰি দিব খোজে। কিন্তু এলিণৰে সদায় আশা ৰাখিছিল যে ফ্ৰেংকলিন মানুহজনৰ মত সলনি হব আৰু এতিয়া আনৰ জীৱনযাত্ৰা ভাল কৰিবলৈ লোৱা যুটীয়া প্ৰচেষ্টাই তেওঁলোকৰ সৌহাৰ্দ্য গাঢ় কৰিব আৰু লুচি মাৰ্চাৰক লৈ হোৱা ঘটনাই মনত যি দুখৰ দাঁচ বহুৱাইছিল সেই সাঁচ মোচ খোৱাই দিব।

ফ্ৰেংকলিনে ৰাষ্ট্ৰপতিৰ প্ৰাৰ্থীত্ব লব নে নলব এই বিষয়ে এলিণৰৰ অভিমত লোৱা নাছিল যদিও এলিণৰে ফ্ৰেংকলিনৰ নিৰ্বাচনী অভিযানত সকলো শক্তি প্ৰয়োগ কৰিছিল। ৰাজনীতিৰ বিষয়ে আলোচনা কৰিবলৈ যদিও এলিণৰ অনিচ্ছুক আছিল নিজৰ বহুল প্ৰসাৰিত ভ্ৰমণৰ দ্বাৰাই নিজৰ স্বামীৰ প্ৰতিনিধিৰ দৰে আছিল। তেওঁৰ বক্তৃতাবোৰ সৰ্বসাধাৰণক সামৰি লোৱা বিষয়লৈ হৈছিল। "সমাজৰ প্ৰতি ব্যক্তিৰ দায়িত্ব" এনেকুৱা ধৰণৰ। তেওঁ সদায় কৈছিল যে পৃথিৱীৰ-

পৰা যুদ্ধ নিঃশেষ কৰিব কেৱল তিৰোতাই হে পাৰিব। ৰাজ্যপালৰ পত্নী হৈ থকা কালত এলিণৰে ডাঙৰ গাড়ীখনত উঠি যাবলৈ বৰ ভাল নেপাইছিল, নিজে চলাই নিজৰ গাড়ীখনত যাবলৈ ইচ্ছা কৰিছিল। এই কথাটোৱে ফ্রেংকলিনক অলপ আহুকাল দিছিল। তেওঁ আৰ্ল মিলাৰ বোলা এজন চাৰ্জেণ্টক লগত লৈ যাবলৈ জোৰ দিলে। এই আৰ্ল মিলাৰে এলিণৰৰ মাতৃ হৃদয়ৰ উমান পাই কঞ্জভেন্ট পৰিয়ালৰ এজন হৈ পৰিল। লুই হাওৱেৰ প্রতি অনুৰক্ত হোৱাৰ দৰে আৰ্লৰ লগতো এলিণৰৰ সহৃদয়তা গঢ়ি উঠিছিল। এলিণৰে যাক ভাল পাইছিল তেওঁলোকক মাতৃসুলভ মৰমেৰে আৱৰি ৰাখিছিল। মিচ লেহেণ্ডৰ বিষয়ে এলিণৰে নেভাবক লাগে তেওঁৰ প্রতিও এলিণৰে মাতৃৰ মৰম দেখুৱাইছিল। আৰ্লৰ বিয়াৰ পাছত আৰ্ল আৰু এলিণৰক লৈ সমাজত ওলোৱা ৰটনাৰ অন্ত পৰিল। ফ্রেংকলিন আৰু এলিণৰৰ বন্ধুত্ব আৰু থকা অভ্যাসবোৰে বহুতৰে চকুৰ চেলাউৰি উঠাইছিল আৰু বহুতকে খোৱামেজৰ গল্পৰ খোৰাক যোগাইছিল। মিচ লেহেণ্ড ঘৰত থকা, এলিণৰে আৰ্লকলৈ ফুৰিবলৈ যোৱা, তেওঁলোকে পৰস্পৰৰ উপস্থিতিত আনন্দ পোৱা কথাত ফ্রেংকলিন আৰু এলিণৰৰ মাজত থকা সম্বন্ধৰ কথাটো বহুতৰে কাৰণে সাঁথৰ যেন আছিল। বিবাহিত জীৱনৰ সুখ শান্তিৰ সূত্ৰ স্বৰূপ এলিণৰে ডাঙি ধৰিছিল তিনিটা কথা—নিস্বাৰ্থ-পৰায়ণতা, আন্তৰিকতাৰ ভাৱেৰে সমৃদ্ধ হোৱা আৰু আনৰ প্রতি বিবেচনাশীলতা। এলিণৰে "শান্তিৰ পথলৈ" বুলি প্রাৰ্থনা পুথি এখন সদায় লগত লৈ ফুৰিছিল—"শত্ৰুৰ কথা কেতিয়াও নেভাবিবা, বন্ধুবিলাকৰ কথা সদায় মনত ৰাখিবা। জীৱনৰ ভাল কথাবোৰ পাৰ্থিব কষ্ট আৰু সহজ সৰল জীৱনৰ মাজতহে পোৱা যায়।" হোৱাইট হাউচৰ বন্দীশালৰ নিচিনা জীৱন এলিণৰৰ কাৰণে ভয়াবহ আছিল। আমেৰিকাত তেতিয়া ব্যৱসায়ত হতাশৰ ছাঁ পৰিবলৈ আৰম্ভ কৰিছিল। সংসাৰত আহাৰৰ কাৰণে অপেক্ষাত শাৰী শাৰী মানুহৰ দল নিস্তব্ধ প্ৰানহীন গাঁও অঞ্চলত বিপ্লৱৰ ৰঙা জুই জ্বলিবলৈ আৰম্ভ কৰিছিল। বন্দুৰা গেছ

আৰু চিপাহী চন্তৰীৰ কুচকাওৱাজে দেশত আতংকৰ সৃষ্টি কৰিছিল। এলিণৰে এই সময়তে সমাজ গাঁথনিৰ আমূল পৰিৱৰ্ত্তনৰ ওপৰত গুৰুত্ব দিছিল। "দ্বিতীয় অৱস্থা মানুহে কৰা আৰু মানুহে ইয়াক নিয়ন্ত্ৰণ কৰিব পাৰে। আমি আমাৰ অৰ্থনৈতিক গাঁথনি ভালকৈ বুজিব লাগিব।" এলিণৰৰ ভাৱধাৰা ফ্ৰেংকলিনতকৈ বেচি আগবঢ়া নাছিল কিন্তু এলিণৰে নিজৰ মনৰ ভাৱ কৈ দিছিল আনহাতে ফ্ৰেংকলিনে একো আশাৰ প্ৰতিশ্ৰুতি নিদিছিল।

নতুনকৈ হব খোজা পৃথিৱীখনত পুৰুষৰ মস্তিষ্কৰ যোগ্যতাই কেৱল প্ৰতিফলিত কৰিব নেলাগে নাৰীৰ বৃজনশীল অন্তৰৰ প্ৰতিচ্ছবিও তাত থাকিব লাগিব কিয়নো সঙ্কটৰ সময়ত পুৰুষৰ মনোবলতকৈ নাৰীৰ অন্ত ধৰণৰ এক শক্তি দেখা যায়। অতি প্ৰয়োজনীয় সময়ত নাৰীয়ে এই সঞ্চিত কৰি থোৱা জীৱন শক্তিক যেন আহ্বান কৰি লব পাৰে। পৃথিৱীৰপৰা যুদ্ধ বিনাশ কৰিবলৈ এলিণৰে নাৰীক নেতৃত্ব লবলৈ কৈছিল পৃথিৱীখন ভাল কৰিবলৈ লোৱা উদ্যোগ বা প্ৰচেষ্টাই যুদ্ধৰ উত্তেজনা আৰু আড়ম্বৰপূৰ্ণতাৰ ঠাই হয়তো লবলৈ পাৰে। এলিণৰৰ বাতৰি কাকতৰ স্তম্ভ "up to women" আছিল কৰ্ত্তব্যৰ আহ্বান। যুক্তৰাষ্ট্ৰৰ প্ৰথম মহিলা গৰাকীৰ নিজৰ কিছুমান অগ্ৰীম কৈ কৰিবলগীয়া কামৰ তালিকা আছিল। তাৰে ভিতৰত আছিল বিশ্বশান্তি, দৰিদ্ৰতা নিবাৰণ, যুব শক্তি সংগঠন, নাৰীৰ স্বত্ব আৰু সংখ্যালঘুসকলৰ স্বত্বৰ কাৰণে কৰিবলগীয়া কাম। নিজৰ কলেজীয়া জীৱনৰ অসম্পূৰ্ণতাৰ বিষয়ে এলিণৰ সদায় সজাগ আছিল। কেতিয়াবা প্ৰতিযোগিতামূলক বৌদ্ধিক যুক্তিৰে তেওঁ নিজে ভাল বেয়া বিচাৰ কৰি লবলৈ অসুবিধাৰ সন্মুখীন হৈছিল। তথাপি মানৱীয় সহানুভূতিৰ বোৱতিসুঁতি অন্তৰত বৈ থকা কাৰণে এলিণৰৰ ভাৱধাৰা সকলো অনুষ্ঠানতে অন্যতম গতিশীল শক্তি হৈ পৰিছিল। অতি বিনম্ৰ ভাষাত তেওঁৰ কল্পনাৰ স্বৰ্গৰাজ্যৰ ধাৰণা বৰ সহজ সৰলভাৱে ভাঙি ধৰিছিল। তেওঁ লিখিছিল "মই এনেকুৱা এখন সমাজত থাকিব খোজোঁ য'ত প্ৰত্যেক পৰিয়ালে

সাধাৰণ সুখস্বাচ্ছন্দ্যতাৰে জীৱনৰ আনন্দখিনি লাভ কৰিব পাৰে। কোনো ব্যক্তিৰ এনেকুৱা আয় হ'ব নেলাগিব যে নিজৰ ব্যয়ৰ কাৰণে একো চিন্তা কৰিব নেলাগে মানুহৰ চিন্তাধাৰাৰ পৰিৱৰ্ত্তন নহলে আৰু মূল্যবোধে নতুনৰূপ নললে এনেকুৱা সমাজ জীৱন হ'ব নোৱাৰে। স্বার্থ-পৰায়ণতা আৰু বস্তুবাদী কথাত মনোনিবেশ কৰা এই যুগৰ প্ৰথম কথ' হৈ পৰিছে। পগলাবদৰে ধন ঘটিবলৈ গৈ আমেৰিকাবাসীয়ে জীৱন সুন্দৰ কৰি তোলা কথাবাৰৰ প্ৰতি আওকান কৰিছে। পৃথিৱীৰ সৰু-সুৰা কথাবোৰৰপৰা পোৱা আনন্দ মলয়া বতাহৰ সোঁৱাদ বা প্ৰকৃতিৰ পোহৰ আৰু ছাঁয়াৰ খেলা, সুউচ্চ পাহাৰৰ পৰা দেখা দৃশ্যাৱলী চাই পোৱা আনন্দ পাবৰ যোগ্যতা তেওঁলোক হেৰুৱাইছে। তাৰোপৰি বস্তু ভগাই খোৱা আনন্দৰ পৰাও তেওঁলোক বঞ্চিত হৈছে। মোৰ বয়স হৈ অহাৰ লগে লগে মই বুজিব পাৰিছোঁ যে মই যদি কিবা আনন্দ জীৱনত পাইছোঁ সেই আনন্দ ভগাই লোৱা আনন্দৰ পৰাহে পাইছোঁ। এলিণৰৰ মতে অৰ্থনীতিৰ হতাশজনক পৰিস্থিতিয়ে মানুহক শিক্ষা দিয়ে আৰু এই শিক্ষা হৈছে পৰস্পৰৰ প্ৰতি থকা নিৰ্ভৰশীলতা। দেশৰ এটা অংশৰ অৱস্থা বেয়া হলে দেশখনে উন্নতি কৰিব নোৱাৰে। তেনেকৈ এখন দেশ আনন্দত মতলীয়া হৈ উচ্চশিখৰত উঠিব নোৱাৰে যদি পৃথিৱীৰ বাকী অংশই কষ্ট ভোগ কৰি থাকিবলগীয়া হয়। জীয়াই থাকিবলৈ হলে সকলোৱে একেলগে জীয়াই থাকিব লাগিব। জটিল আধুনিক সভ্যতাত আমি ইমান দূৰ দূৰ হৈ গৈছোঁ যে পৰস্পৰৰ, পৰস্পৰৰ প্ৰতি নিৰ্ভৰশীলতাৰ কথা আমি পাহৰি যাওঁ। বিপদ আৰু চিন্তাৰ মুহূৰ্ত্তবিলাকে মানুহক পংগু কৰে আৰু সৰ্ব্বনাশ কৰে যদিও এই মানুহৰ মনোবল বঢ়াই তোলে। পিতৃবিয়োগৰ দুখখিনিয়ে তেওঁৰ জীৱনত মধুৰ প্ৰভাৱ পেলাইছিল। লুচি মাৰ্চাৰৰ কাৰণে হোৱা দুখখিনিয়ে তেওঁৰ মনক উন্নত কৰিছিল। মানুহৰ মানসিক আৱেগ অনুভূতিৰ হেঁচাত শালীনতা আৰু প্ৰতিবন্ধক-বোৰ মকৰাজাল ছিঙাৰ দৰে ছিঙি যায় আৰু মানুহক জীৱনৰ প্ৰত্যাহ্বান

গ্ৰহণ কৰিবলৈ সাহস যোগায়। নিজৰ ব্যক্তিগত দুৰ্যোগৰ সন্মুখীন এলিণৰে এনেকৈয়ে হৈছিল আৰু দেশৰ সংকটৰ সন্মুখীন একেদৰেই হৈছিল। অৰ্থনৈতিক দিশত হতাশৰ পৰিবেশত ব্যৱসায়ীসকলে হাজাৰ হাজাৰ মোন মাংস নৈত পেলাই দিওঁতে এলিণৰে কৰ্তৃপক্ষক জনাইছিল "আপোনালোকে কেলৈ মাংসবোৰ নৈত পেলাই দিছে। দেশৰ কোটি কোটি মানুহে অনাহাৰত দুখ-কষ্টত ভোকাতুৰ হৈ আছে অথচ আপোনালোক মোনে মোনে মাংস নদীত পেলাইছে। এইবোৰ দুখীয়া অভুক্তসকলক খাবলৈ নিদিয়ে কিয়?" এজন মানুহে নিজৰ পৰিয়ালৰ ভৰণ পোষণৰ কাৰণে চুৰ কৰি জেললৈ যাবলগীয়া হৈছিল। এই মানুহজনে জেলত ভাল ব্যৱহাৰৰ কাৰণে কাৰাদণ্ডৰ ম্যাদ শেষ হোৱাৰ আগতে মুক্তি পাইছিল। কিন্তু জেলুৰপৰা ওলাওঁতে তেওঁ কৰ্তৃপক্ষক কৈছিল যে প্ৰয়োজন হলে তেওঁ আকৌ চুৰ কৰিব। "মই কয়দীজনক এই কথাত দোষ নিদিওঁ" ৰাষ্ট্ৰৰ প্ৰথম মহিলা গৰাকীৰ এই উক্তিত দেশত তোলপাৰ লাগিল। বাতৰি কাকতৰ সম্পাদকীয় স্তম্ভত প্ৰথম মহিলাই আইন অমান্য কৰাক প্ৰশ্ৰয় দিছে—চুৰি কৰিবলৈ উৎসাহ যোগাইছে বুলি মন্তব্য প্ৰকাশিত হল। সমালোচনাৰ উত্তৰত এলিণৰে কৈছিল—মানুহৰ দৰিদ্ৰতাৰ কাৰণে হোৱা দুখ দুৰ্গতিৰ কথা নজনা শ্ৰোতাসকলক জনাই দিব খুজিছোঁ যে মানুহবিলাকে এই চৰম পথ লবলৈ বাধ্য হৈ পৰিছে। এই চোৰজনৰ দৰে মানুহৰ কাৰণে কামৰ ব্যৱস্থা কৰা। কাম পালে দেখিবা তেওঁ কেনেকুৱা বিশ্বাসী প্ৰভুভক্ত আইন শৃংখলা মনা নাগৰিক হৈ পৰিব।"

নগৰীকৰণৰদ্বাৰা হোৱা গাওঁবিলাকৰ অৰ্থনৈতিক অৱনতি এলিণৰ আৰু ফ্ৰেংকলিন দুয়োজনৰে দৃষ্টি আকৰ্ষণ কৰিছিল। নগৰ ডাঙৰ হোৱাৰ লগে লগে মানুহৰ কথা ভাবিবলৈ মানুহে এৰি দিয়ে। বৃহৎ নগৰবোৰৰ মানুহৰ বিবিধ ধৰণৰ জীৱন যাত্ৰাই মানুহক উদগনি দিয়ে কাৰণে ভাল লাগে। কিন্তু ফ্ৰেংকলিনে গাঁৱলীয়া উদ্যোগ সম্প্ৰদায় এটা গঢ়ি উঠাৰ কথা দ'কৈ ভাবিছিল। সেইকাৰণে উদ্যোগ বিকেন্দ্ৰীকৰণ

কৰি অৰ্থনৈতিক দুৰ্যোগৰ সময়ত নিবনুৱা সমস্যাৰ অলপকৈ হলেও সমাধান কৰিবলৈ চেষ্টা কৰিছিল। এই উদ্দেশ্যে আৰ্থাৰ বোলা গাঁও এখনত নিবনুৱা বসতিকৰণৰ যোগেৰে গাঁও পুনৰ সংস্থাপন আৰু উন্নতিকৰণৰ কাম হাতত লৈ এলিণৰে দেহে-কেহে খাটিছিল। ১৯৩২ চনৰ পত্ৰিকাসকলে যদি এলিণৰে কি কাম কৰে সুধিলেহেঁতেন তেতিয়া হয়তো এলিণৰে শিক্ষয়িত্ৰী বুলি কব পাৰিলেহেঁতেন কিন্তু হোৱাইট হাউচলৈ অহাৰ পাছত এলিণৰে শিক্ষয়িত্ৰী কাম এৰি দিবলগীয়া হ'ল। এলিণৰে নিজকে নিজে কেতিয়াবা প্ৰশ্ন কৰে "নিজৰ জ্ঞান আৰু অভিজ্ঞতাক প্ৰতিফলিত কৰিবলৈ তেওঁ এতিয়া কি কাম কৰিব পাৰে? উত্তৰত তেওঁৰ মনে কেৱল কৈছিল তেওঁ লিখিবলৈ লব পাৰিব আৰু অনাতাঁৰত ভাষণ দিব পাৰিব। এলিণৰে অনাতাঁৰত ভাষণ দিবলৈ আৰম্ভ কৰিলে। এই ভাষণবোৰ ডাঙৰ ডাঙৰ ব্যৱসায় প্ৰতিষ্ঠানবোৰে বিজ্ঞাপনৰ কাৰণে আগবঢ়াইছিল। ৰাষ্ট্ৰৰ প্ৰথম মহিলা-গৰাকীয়ে এনেকুৱা বিজ্ঞাপনৰ লগত জড়িত হৈ ভাষণ দিয়া শোভা নেপায় বুলি সমালোচনা আহিবলৈ ধৰিলে। এই প্ৰতিবাদবোৰ এলিণৰে ফ্ৰেংকলিনলৈ পঠিয়ালে আৰু ফ্ৰেংকলিনে উত্তৰ "একো নাই" বুলি জনালে। বিজ্ঞাপনৰ কাৰণে দিয়া তেওঁৰ অনাতাঁৰ ভাষণ মানুহে সমালোচনা কৰিব বুলি জানিছিল। সমালোচনা কাণ নকৰি নিজে ভাল বুলি ভবা কাম কৰিবলৈ তেওঁ পিছ হুহকিলে। এলিণৰে কৈছিল "মোৰ কিছুমান ভাল লগা কাম আছে।" এই অনাতাঁৰ ভাষণৰ যোগেৰে পোৱা অৰ্থ এলিণৰে হাতেৰে চুই নাছিল চিধাচিধি "আমেৰিকান ফ্ৰেইণ্ডচ চচাইটি (American Friends Society) বোলা সংঘটোলৈ গৈছিল আৰু এলিণৰৰ নিৰ্দেশ মতে সমাজ সেৱামূলক কামত এই অৰ্থ নিয়োজিত হৈছিল। তেওঁৰ অনাতাঁৰ ভাষণবোৰ জনপ্ৰিয় হৈ উঠিছিল আৰু এটাৰ পাছত এটাকৈ কেবাটাও ব্যৱসায় প্ৰতিষ্ঠানৰ হৈ তেওঁ ভাষণ দিছিল। শিশুৰ শিক্ষা, নাৰীৰ দায়িত্ব আদি সাধাৰণ ৰাজনীতিৰ গোন্ধ নোহোৱা বিষয়বোৰৰ ওপৰত এলিণৰে

আৰণ দিছিল। তেওঁৰ কণ্ঠস্বৰৰ আবেদনশীলতা, ব্যক্তিৰ স্বতন্ত্ৰতাৰ আৰু ভাৱৰ অনুপম প্ৰকাশভংগীৰ কাৰণে অনাতাঁৰৰ প্ৰথম মহিলা" উপাধিৰে তেওঁ সন্মানিত হৈছিল। তেওঁৰ বাবচ অনাতাঁৰ শিল্পীসকলৰ ভিতৰত এটাইতকৈ বেচি পোৱাজনৰ সমান হৈছিলগৈ। এলিণৰে ভাষণবোৰত সদায় সত্য আৰু প্ৰেমক উচ্চ আসন দিছিল। তেওঁৰ বাণীত সদায় নৈতিক উদ্দেশ্য এটা নিহিত আছিল কাৰণে কোনো কোনোৱে তেওঁক গান্ধীজী, আলবাৰ্ট চুৱেটজাৰ আদি মহান মনিষীসকলৰ সমপৰ্যায়ৰ বুলি ভাবিছিল। ইয়াৰ পাছত তেওঁলৈ বক্তৃতাৰ ভ্ৰমণসূচী লবলৈ অনুৰোধ আহিল। বক্তৃতাৰ বিষয়বোৰ আছিল বিশ্বশান্তি, হোৱাইট হাউচৰ এটা দিন যুৱক যুৱতীৰ সমস্যা, ৰাষ্ট্ৰপতিৰ পত্নীৰ চিঠিৰ টোপোলা আদি কৰি বাক-বিতণ্ডা মোহোৱা বিষয় কিছুমান। এটা এটা ভাষণত এলিণৰে ১০০০, ডলাৰকৈ পাইছিল আৰু এই অৰ্থ তেওঁ অলপোৱা জনহিতকৰ কামৰ কাৰণে পঠিয়াই দিছিল। এবাৰ এলিণৰৰ জ্বৰ হ'ল। এলিণৰৰ হৈ বাতৰিকাকতলৈ স্তম্ভ কোনে লিখিব? ফ্ৰেংকলিনে নিজৰ কাৰ্যসূচী এৰি এলিণৰৰ ওচৰলৈ তত্তাতৈয়াকৈ আহি পৰিল। ফ্ৰেংকলিনে লিখিবলৈ গাত লৰ খুজিলে। কিন্তু এলিণৰে লেখা বাতৰিকাকতৰ স্তম্ভটোত এবাৰ ফ্ৰেংকলিনে লিখিবলৈ ল'লে মানুহৰ সেই স্তম্ভটোৰ প্ৰতি মনোভাৱ সলনি হব পাৰে বুলি ভাবি আৰু পঢ়ুৱৈ সমাজৰ সংযোগ হেৰুৱাব পাৰে বুলি ভাবি বাতৰি কাকতৰ কৰ্তাসকলে ফ্ৰেংকলিনৰ শলাগ লৈ সেই স্তম্ভ এলিণৰৰ কাৰণেই থৈ দিলে। বহুত অসুবিধাৰ মাজতো বহুত কৰিবলগীয়া কামত যাবলগীয়া অনুষ্ঠানবোৰৰ ব্যস্ত কাৰ্যসূচীৰ মাজতো বাতৰিকাকতৰ স্তম্ভ তেওঁ পুৰাইছিল। সংবাদ সেৱীসকলৰ এজন হৈ এলিণৰে থাকিবলৈ ভাল পাইছিল। তেওঁৰ লিখাৰ ধৰণত আসোঁৱাহ আছিল যদিও এলিণৰৰ স্তম্ভ জনপ্ৰিয় হৈ উঠিছিল। শান্তিৰ বিষয়লৈ এলিণৰে লিখা কথাবোৰ কূটনৈতিক আৰু ৰাজনৈতিক সীমাবদ্ধতাৰ মাজত থাকি লিখিছিল যদিও সাৰগৰ্ভ আছিল। কিন্তু কিছুমান সংবাদসেৱীয়ে এলিণৰক

সাংবাদিক গোষ্ঠীত অন্তৰ্ভুক্ত কৰিবলৈ বৰ ভাল পোৱা নাছিল। তেওঁলোকে এলিনৰৰ জনপ্ৰিয়তা ৰাষ্ট্ৰপতিৰ পত্নী কাৰণে হৈছে বুলি ইংগিত দিছিল। ফ্ৰেংকলিনৰ লগত এলিনৰে এই বিষয়ে কথা পাতোতে ফ্ৰেংকলিনে এই কথাবোৰ আওকাণ কৰিবলৈ কৈছিল। এলিনৰে নিজেও স্বীকাৰ কৰিছিল যে আন আন সংবাদসেৱী সকলতকৈ তেওঁ এটা বেলেগ স্থান অধিকাৰ কৰি আছে। এই স্থানত তেওঁ আগতে নাছিল আৰু ভৱিষ্যতলৈও সদায় নেথাকিব। এই মধ্যৱৰ্তী কালছোৱাত তেওঁ সাংবাদিকসকলৰ লগত যিমানপাৰে বন্ধুত্বপূৰ্ণ সহযোগেৰে থাকি তেওঁৰ সামৰ্থ্যৰে অৱস্থাৰ সন্মুখীন হব।

এলিনৰ কজভেল্টক সংবাদসেৱী গোষ্ঠীত অন্তৰ্ভুক্ত কৰাৰ কথাত সমৰ্থন জনাই এজনে কৈছিল "ডাঙৰ ডাঙৰ মানুহৰ নাম আছে আৰু যায়—কিন্তু ডাঙৰ মানুহবোৰৰ লিখনিত গুণগত বৈশিষ্ট্য নেথাকিলে এই ডাঙৰ নামে কাৰো ওচৰ নেপায়গৈ আৰু লিখনিক আগ্ৰহেৰে বিচৰা মানুহ নেপায়।" "মোৰ দিন"টো বুলি লিখা এলিনৰৰ স্তম্ভই ৰাষ্ট্ৰপতিৰ পত্নীহিচাবে লিখা কাৰণে জনপ্ৰিয় হৈ উঠা নাছিল। আমাৰ শতিকাৰ এগৰাকী নিজৰ প্ৰতিভাৰে মহীয়ান মহান ব্যক্তিত্বময়ী নাৰীৰ সৎ আৰু সজভাৱে লিখা লিখনিৰ কাৰণে সংবাদসেৱী গোষ্ঠীত ঠাই পাইছিল। এলিনৰৰ নিজৰ আত্মজীৱনী লিখা বা কিতাপ লিখাৰ ইচ্ছা এটা মনতে আছিল আৰু নিজৰ আত্মজীৱনীখন "এইখিনি মোৰ মনত আছে" ( This I remember ) বুলি লিখিছিল। এই আত্মজীৱনী "এইটো মোৰ কাহিনী" ( This is my story ) বুলি প্ৰকাশিত হৈছিল। নিজৰ জীৱনৰ সৰু সৰু ঘটনাৰপৰা আৰম্ভ কৰি যিবিলাক ঘটনাই তেওঁৰ ব্যক্তিত্ববিকাশত সহায় কৰিছিল তাক উন্মুকিয়াইছিল আৰু গৌৰৱেৰে প্ৰকাশ প্ৰতিষ্ঠানৰপৰা নিজে গৈ আনি ফ্ৰেংকলিনক উপহাৰ দিছিল। এগৰাকী বান্ধৱীয়ে এলিনৰলৈ লিখিছিল "তুমি এটা প্ৰতিভা তোমাৰ পদমৰ্যাদাৰপৰা তুমি প্ৰথম পৰ্যায়ৰ এটা অদ্বিতীয় সম্পদ সৃষ্টি কৰিলা। এই সৃষ্টি এখন কিতাপ

নহয় বা চিত্র নহয় বা খোদিত মূৰ্তি নহয়, এই সৃষ্টি এটা আদৰ্শ বা উদাহৰণ।"

১৯৩৬ চনৰ নিৰ্বাচনী অভিযান লুই হাওৱেৰ মৃত্যু হোৱাত তেওঁৰ অবিহনে নিৰ্বাচন চলাবলগা হৈছিল। এই মানুহজন ৰোগশয্যাত থাকোতেই এলিণৰে বুজিব পাৰিছিল যে ফ্ৰেংকলিনে জনসাধাৰণৰ কথা বৰ বেছিকৈ জানিবপৰা নাই আৰু ফ্ৰেংকলিনলৈ অহা চিঠিৰ টোপোলাটো যথেষ্ট মনোযোগেৰে অনুধাৱন কৰা হোৱা নাই। নিৰ্বাচন অভিযানৰ আগতে জুমুৰিয়ে জুমুৰিয়ে প্ৰশ্ন আহিবলৈ ধৰিলে "ফ্ৰেংকলিন ডেলেনো ৰুজভেল্টৰ কি হ'ল? দেশে এটা প্ৰাণৱন্ত উৎসাহপূৰ্ণ নেতৃত্ব বিচাৰিছে"—ইত্যাদি ইত্যাদি। এই চিঠিবোৰৰ উত্তৰ কি দিব লাগে এলিণৰে সোধে ফ্ৰেংকলিনে উত্তৰ কি দিব লাগিব জনাই দিয়ে। কামবোৰ কৰিব খোজা মতে হৈ নুঠা কাৰণে কেতিয়াবা ফ্ৰেংক্ৰলিন অধৈৰ্য হৈ উঠে। জোৰ কৰি আইন বলবৎ কৰিলে মানুহে তেওঁক একনায়কত্বৰ ভূমিকা লোৱা বুলি কৰ। এলিণৰৰ অভিমত সদায় সবল আৰু শক্তিশালী আছিল। তেওঁ বিৰোধীপক্ষক সন্মান কৰিছিল আৰু গণতন্ত্ৰ সংস্কাৰাধীন হব লাগে বুলি বিশ্বাস কৰিছিল। সমাজৰ দুখলগা অৱস্থা আঁতৰ কৰিবলৈ এলিণৰে শাসনযন্ত্ৰত নাৰীৰ প্ৰভাৱ বিস্তাৰ কৰা কথাটোত বৰ গুৰুত্ব দিছিল। ৰুজভেল্টে লব খোজা নতুন ব্যৱস্থাত শ্ৰমিক, খেতিয়ক নীগ্ৰ, যুৱক-যুৱতী মহিলা আৰু স্বতন্ত্ৰ সকলে সমৰ্থন জনাইছিল। বহুতে ভাবিছিল ফ্ৰেংকলিনক ভোট দিবলৈ যাওঁতে এলিণৰক মনত পেলাই মানুহৰ ভাৱ আবেগত কণ্ঠৰুদ্ধ হৈ যাব খুজিব কাৰণ এলিণৰে বহুতো সমালোচনা নেওচি বন্ধু বা বান্ধৱী হিচাবে মানুহৰ লগত সম্বন্ধ ৰাখিছিল আৰু তেওঁৰ জৰিয়তে বহুতো মানুহৰ অভাৱ আৰু ইচ্ছাৰ সমাধান য'ৰপৰা পাব পাৰি সেই ঠাই পাইছিলগৈ।

এলিণৰে ফ্ৰেংকলিন ৰাষ্ট্ৰপতি হোৱাটো বাঞ্ছা কৰিছিল দেশৰ ভালৰ কাৰণে—দেশক এটা অৰ্থপূৰ্ণ নেতৃত্ব দিব পাৰিব বুলি। কিন্তু

ব্যক্তিগতভাৱে আকৌ চাৰিবছৰ নিজক বন্দিনী যেন কৰি জীৱন নিয়াৰ লাগিব বুলি ভয় কৰিছিল। ১৯৩২ চনৰ নিৰ্বাচনী অভিযানত এলিণৰ বহুবিতৰ্কিত ব্যক্তি হৈ পৰিছিল। এলিণৰে নীগ্ৰসকলৰ দাবী সমৰ্থন কৰিছিল। নিজৰ ব্যক্তিগত কৰ্মময় জীৱন পৰিহাৰ নকৰা কাৰণে আৰু প্ৰথম মহিলাৰ মৰ্যাদা ব্যৱসায় ভিত্তিক কৰাৰ অভিযোগে নিৰ্বাচনী অভিযানত বিৰূপ প্ৰতিক্ৰিয়া হ'ব বুলি বহুতে তেওঁক নিৰ্বাচনী অভিযানত পশ্চাদপটত থাকিবলৈ উপদেশ দিছিল। বহুতে আকৌ নিৰ্বাচনটোত এলিণৰে প্ৰথম মহিলা হিচাবে লোৱা ভূমিকাৰ সমৰ্থন আছে নে নাই সেই বিষয়ে বাইজৰ মতামত জানিব পাৰিব বুলি ভাবি লৈছিল।

এলিণৰে নিজৰ কৰ্মদক্ষতা আৰু প্ৰভাৱক সদায় ঢাকি থৈ কাম কৰিবলৈ বিচাৰিছিল। কিন্তু ফ্ৰেংকলিন ৰুজভেল্টৰ দ্বিতীয়বাৰৰ কাৰণে ৰাষ্ট্ৰপতিৰ কাৰ্যকাল শেষ হোৱাৰ আগতে ৱাচিংটনৰ দহজন অতি ক্ষমতাশীল ব্যক্তিৰ নাম উল্লেখ কৰোতে এলিণৰৰ নাম উল্লেখ হৈছিল। কোনো কোনোৱে তেওঁক সহকাৰী সভাপতি বুলিও নোকোৱাকৈ থকা নাছিল।

"সকলোবোৰ কথাবোৰ লৈ এলিণৰে বাৰু ফ্ৰেংকলিনক কিয় আমনি কৰে?" এইবুলি ৰাষ্ট্ৰপতিৰ সহায়কাৰী লোকসকলে কেতিয়াবা অভিযোগ কৰে। এলিণৰে এনেভাৱে কাম নকৰিলে ফ্ৰেংকলিনৰ জীৱন বৰ শান্তিপূৰ্ণ হ'লহেঁতেন কিন্তু ফ্ৰেংকলিন ৰাষ্ট্ৰপতি হৈ থকা কালছোৱাৰ ৰূপ বেলেগ হ'লহেঁতেন। শাসনত মানৱীয় স্পৰ্শ নেথাকিলেহেঁতেন, জনসাধাৰণ আৰু ৰাষ্ট্ৰৰ সম্বন্ধ ইমান নিবিড় নহ'লহেঁতেন।

ফ্ৰেংকলিন তৃতীয়বাৰৰ কাৰণেও আমেৰিকাৰ ৰাষ্ট্ৰপতি নিৰ্বাচিত হ'ল। এইবাৰৰ কাৰ্যকালৰ সময়ত পৃথিৱীৰ দ্বিতীয় মহাসমৰত আমেৰিকা মিত্ৰশক্তিৰ লগ হৈ যুদ্ধলিপ্ত হৈছিল। যুদ্ধকালীন অৱস্থাতে চতুৰ্থবাৰৰ কাৰণেও ফ্ৰেংকলিন যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি নিৰ্বাচিত হৈছিল। এইবাৰ ফ্ৰেংকলিনে পৃথিৱীত চিৰস্থায়ী শান্তি স্থাপন কৰিবৰ

ৰাবে মানৱ ইতিহাসত শান্তিৰ সভ্যতা গঢ়ি তুলিবলৈ যত্নপৰ হৈছিল। কিন্তু যুদ্ধ শেষ হোৱাৰ আগে আগে ১৯৪৫ চনত তেখেতৰ মৃত্যু হয়। শেষকৃত্য অনুষ্ঠানত এলিণৰে ফ্ৰেংকলিনে তেওঁক বিয়াৰ দিনা উপহাৰ দিয়া সৰু সোণৰ পিণটো কাপোৰত লগাই গৈছিল। এলিণৰে এতিয়াও ফ্ৰেংকলিনক ভাল পায় নেকি? বহুতৰে প্ৰশ্ন। লুচি মাৰ্চাৰ জড়িত ঘটনা সন্দৰ্ভত এলিণৰে তেওঁৰ বান্ধৱী কেইগৰাকীমানক কৈছিল যে ফ্ৰেংকলিনৰ প্ৰতি ভালপোৱা তেওঁৰ নোহোৱা হৈ গৈছে কিন্তু ফ্ৰেংকলিনৰ উদ্দেশ্য আৰু নেতৃত্বৰ প্ৰতি তেওঁৰ আস্থা আৰু সন্মান আছে কাৰণে ফ্ৰেংকলিনলৈ তেওঁ ভালপোৱাৰ সেৱা আগবঢ়াইছে মাত্ৰ। কিন্তু এলিণৰক বিচলিত দেখি তেওঁৰ উক্তি যে সত্য নহয় সকলোৱে বুজিব পাৰিছিল।

ফ্ৰেংকলিনৰ মৃত্যুৰ কেইদিনমান পাছত এগৰাকী মহিলা সাংবাদিক এলিণৰৰ ওচৰলৈ আহিছিল তেওঁৰ মন্তব্য বিচাৰি। এলিণৰে কৈছিল "এতিয়া সকলো কাহিনী শেষ হৈ গ'ল"। সকলো ৰাষ্ট্ৰপতিৰ পত্নী-সকলৰ জীৱনৰ গতি অনুধাৱন কৰি চালে এলিণৰৰ জীৱন কাহিনী তেতিয়াই শেষ হৈ গৈছে বুলি ভাবিব পাৰি কাৰণ ৰাষ্ট্ৰপতিৰ পত্নীসকল নিজৰ স্বামীৰ মৃত্যুৰ পাছত অজানা হৈ পাহৰণিৰ অটল তলিত সোমাই পৰিছিল। কিন্তু এলিণৰ ইয়াৰ ব্যতিক্ৰম। নিজৰ নম্ৰতা আৰু নিৰাপত্তাহীনতাৰ কাৰণে হয়তো ভাবিছিল যে তেওঁক মানুহে ৰাষ্ট্ৰ-পতিৰ পত্নী বুলিয়েই সমীহ কৰিছিল। সেই কাৰণে স্বামীৰ মৃত্যুৰপাছত ৰাজহুৱা জীৱনৰ কাৰ্যাৱলীত ভাগ নলব বুলি ভাবি কাহিনী শেষ হৈ গ'ল বুলি তেওঁ অভিমত দিছিল। জীৱনত তেওঁ বহুতো ঘাট প্ৰতিঘাট আৰু দুখক নিজৰ মানসিক উৎকৰ্ষতালৈ ৰূপান্তৰিত কৰিছিল। অতি-ৰিক্ত সুৰাপানকাৰী পিতৃৰ মৰমৰ চিঠিবোৰ কুমাৰীজীৱনৰ গুণ আৰু মনোবলৰ পাঠ হিচাবে লৈ নিজৰ চিন্তি যাব খোজা বিবাহবন্ধনক সুস্থৰূপ দি স্বামীৰ সহযোগীহৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিপদসংকুল ইতিহাসত অতি প্ৰয়োজনীয় খুটি হিচাবে কাম কৰিব পাৰিছিল। সেই-

কাৰণে মানুহে আগতেই জানিছিল যে স্বামীৰ মৃত্যুৰ পাছতো এলিণৰে সময়ৰ বালিত ভৰিৰ খোজ থৈ যাব পাৰিব। তেওঁ এতিয়া পূর্ণ জীৱনী শক্তিৰে একষষ্ঠী বছৰীয়া ক্ষমতাৰ উচ্চ শিখৰত থাকি অভ্যস্ত আৰু এই ক্ষমতা আনৰ সহায়ৰ কাৰণে কেনেকৈ নিয়োগ কৰিব লাগে জানে। সেইকাৰণে এলিণৰৰ জীৱন কাহিনীৰ পৰিসমপ্তি হবলৈ এতিয়াও বাকী।

ৰাষ্ট্ৰপতি ট্ৰেঁমেনে এলিণৰৰ অভিজ্ঞতা আৰু কাৰ্য্যদক্ষতাক আন্ত-র্জাতিক ক্ষেত্ৰত প্ৰয়োগ কৰিবলৈ ইচ্ছা কৰি তেওঁক ৰাষ্ট্ৰসংঘৰ সাধাৰণ সভালৈ যুক্তৰাষ্ট্ৰৰ প্ৰতিনিধি হিচাবে নিয়োগ কৰিলে। সংসদী আইন আদি আলোচনা কৰিবলৈ নিজকে যোগ্য আৰু অৰ্হতা সম্পন্না বুলি নেভাবিছিল কাৰণে প্ৰথমে এই পদ লবলৈ অনিচ্ছা প্ৰকাশ কৰিছিল। পিছত ফ্ৰেংকলিন আৰু তেওঁৰ সপোনৰ ৰাষ্ট্ৰসংঘ গঢ় দিয়া কামত নিজৰ জ্ঞান আৰু অভিজ্ঞতাৰে অলপ অৰিহণা দিব পাৰিব বুলি ভাবি প্ৰতিনিধি হবলৈ মান্তি হ'ল। এই প্ৰতিনিধিদলটো যুক্তৰাষ্ট্ৰৰ সন্মানিত প্ৰভাৱশালী ব্যক্তিৰে গঠিত হৈছিল। বহুতে এলিণৰক ৰাষ্ট্ৰপতি হবলৈও অনুৰোধ কৰিছিল কিন্তু এই অনুৰোধবোৰ তেওঁ প্ৰত্যাখ্যান কৰিছিল।

শ্ৰীমতী ৰুজভেল্টে নিজৰ কৰ্মশক্তি আৰু অধ্যয়ন নিষ্ঠাৰে সহকৰ্মী-সকলক মুগ্ধ কৰিছিল তথাপিও তেওঁক প্ৰতিনিধিদলত ঠাই দিয়া কাৰণে বহুত সমালোচনা হৈছিল। "ই এটা ৰাজনৈতিক নিযুক্তি" "দেশৰ টকাৰ অপব্যয়" আদি সমালোচনা হৈছিল।

এলিণৰে ৰাজ্যিক বিভাগে পঠিওৱা কাগজপত্ৰবোৰ খংচি মাৰি অধ্যয়ন কৰি এটাইতকৈ কৰ্মব্যস্ত পৰিশ্ৰমী প্ৰতিনিধি বুলি জনাজাত হৈ পৰিল।

কুইন এলিজাবেথ জাহাজত প্ৰতিনিধি দলটো গৈছিল। এই দলটোত এলিণৰ আছিল এটাইতকৈ কৰ্মব্যস্ত মহিলা। জাহাজৰ "ডেক'ত খোজ কাঢ়িবলৈ ললে তেওঁৰ ওচৰত সদায় এজন প্ৰতিনিধি বা দলৰ পৰামৰ্শদাতা আছিল আৰু সকলো বিষয়ে খুটিনাটিলৈকে কথা পাতি

নিজক সমৃদ্ধ বাধিছিল। বাণিজ্যিক বিভাগে পঠোৱা কাগজ পত্ৰবোৰ তেওঁ খবচি মাৰি অধ্যয়ন কৰিছিল। নিজৰ ব্যক্তিগত চিঠিপত্ৰৰ উত্তৰ দি ৰাতিপুৱা ঠিক সময়ত তেখেত প্ৰতিনিধিসকলৰ সভাত উপস্থিত হয়গৈ। এলিণৰৰ মানৱীয় সামাজিক আৰু সাংস্কৃতিক বিষয়ৰ কাম কৰাৰ দায়িত্ব পৰিল। ৰাষ্ট্ৰসংঘৰ নিয়ম নীতি ৰাম কৰাৰ ধৰণৰ বিষয়ে বহুতো বক্তৃতা হৈছিল "পুৰুষসকলে এই নিয়ম নীতি লৈ বহুত সময় আগ্ৰহেৰে ব্যস্ত থাকিব পাৰে" বুলি এলিণৰে কৈছিল। এই নিয়ম নীতি লৈ কৰা আলোচনাবোৰ তেওঁৰ কাৰণে বৰ আমনি লগা আছিল। সেইকাৰণে তেওঁ এদিন সুধিছিল "মই মোৰ উল গোঁঠা কাম-খিনি ইয়ালৈ আনিব পাৰিম নেকি? পুৰুষসকল দোমোজাত পৰিল আৰু এলিণৰেও হোটেলত উলৰ সামগ্ৰী থৈ আহিলগৈ।

বহুত সভাসমিতিত ভাষণ দিবলগীয়া হোৱা কাৰণে তেখেতৰ কণ্ঠস্বৰ বহি গৈছিল—তেখেতৰ এটাইতকৈ মূল্যবান ভাষণ হৈছিল সেইদিনা যি দিনা তেখেতে ৰাষ্ট্ৰসংঘৰ সভাত প্ৰতিনিধিসকলক আদৰণি জনাই লণ্ডনৰ বিখ্যাত এলবাৰ্ট হলত কৈছিল; "সহযোগেৰে কাম কৰি-বলৈ হলে মীমাংসা বা বুজাপৰালৈ আহিব লাগিব বুলি আমি বুজিব লাগিব। এই বুজাপৰাই পৃথিৱীক অলপ উন্নতিৰ পথলৈ লৈ গ'লে প্ৰত্যেকখন দেশেই লাভৱান হব। কিছুমানে হয়তো এটা মীমাংসাত উপনীত হব পাৰিব নে নোৱাৰে বুলি সন্দি-হান হৈছে। কিন্তু ইয়াৰ বিকল্প অৱস্থাতো ভাবিবলৈকে ভয় লাগে।" কিছুমান আদৰ্শবাদীলোকে পৃথিৱী ৰাষ্ট্ৰ গঢ় দিবলৈ কাম কৰিব লাগে বুলি হৈঁচা দিছিল—শ্ৰীমতী ৰুজভেল্টে এই কল্পনাক বাস্তৱত ৰূপায়িত কৰিবলৈ যে টান হব বুজিব পাৰিছিল। সেই কাৰণে তেওঁ কৈছিল "এতিয়া আমি পৃথিৱীত শান্তিৰ কাৰণে যি যন্ত্ৰ স্থাপিত কৰিছোঁ তাৰ বিষয়ে মানুহে বুজিব লাগিব আৰু এই যন্ত্ৰ চলি থাকিবলৈ হলে যত্নেৰে তাক ব্যৱহাৰোপোযোগী কৰি তুলিব লাগিব।" প্ৰথম অধিবেশনতে ৰাষ্ট্ৰবিলাকে মীমাংসাত উপনীত হবলৈ অনিচ্ছা প্ৰকাশ কৰিছে বা

নিজৰ ব্যক্তিত্বক আন এটা উচ্চপৰ্যায়ৰ আন্তৰ্জাতিক সম্বাক এৰি দিব খোজা নাই। কিছুমান মহিলানেত্ৰীয়ে ৰাষ্ট্ৰসংঘত মহিলাৰ সমান অধিকাৰৰ কথাটোত জোৰ দিছে। শ্ৰীমতী ৰুজভেল্টে নাৰী এটা বিচাৰ গোষ্ঠী বা দলহিচাবে প্ৰতিনিধিত্ব কৰা কথাটো বৰ সমৰ্থন নকৰিছিল। তেওঁ নাৰীয়ে পুৰুষৰ লগত একেলগে সমান সুবিধা লৈ কাম কৰাটো ভাল বুলিছিল। যুক্তৰাষ্ট্ৰৰ প্ৰতিনিধি দলটোৰ পুৰুষ-সকলে কাম কৰা দেখি তেওঁ বুজিছিল যে এইবোৰ কাম নাৰীয়েও পুৰুষতকৈ ভালকৈ কৰিব পাৰিব। পুৰুষসকলে সাহসেৰে সমস্যাৰ সম্মুখীন হব নোৱাৰিলে তেওঁ দুখ প্ৰকাশ কৰি কৈছিল "বিধায়ক-সকলৰ প্ৰতিক্ৰিয়া দেখি মই আমোদ পাওঁ। নিজৰ দৃঢ়মতবাদ নথকাৰ কাৰণে তেওঁলোকে নিজৰ স্থানক প্ৰতিৰক্ষা কৰিব পাৰিব বুলি মই সন্দিহান। তেওঁলোক একো এটা সিদ্ধান্তলৈ আহিব নোৱাৰিলে কেৱল খুটিনাটি লৈ অন্তহীনভাৱে তৰ্ক কৰি থাকে।"

মিচেচ ৰুজভেল্ট ৰাষ্ট্ৰসংঘৰ যি সমিতিত নিয়োগ হৈছিল তাত যুদ্ধ ভগনীয়া পুনৰ সংস্থাপনৰ কথা ঠিক কৰিবলগীয়া হৈছিল। এই সমিতিত দুদিন ন ঘণ্টা সময়লৈও ভগনীয়াৰ ওপৰত ৰুছিয়া আৰু আমেৰিকা দুয়োদেশৰে সমৰ্থন উপযোগী এটা প্ৰস্তাৱ লিখিব নোৱাৰিলে প্ৰস্তাৱৰ সংশোধনীত ৰুছিয়াৰ প্ৰতিনিধিজনে কবলৈ বিচাৰিলে আৰু আমেৰিকাৰ হৈ কবলৈ এলিণৰলৈ অনুৰোধ আহিল। এলিণৰক প্ৰতি-নিধি নিৰ্বাচন কৰোঁতে যি সকলে সমালোচনা কৰিছিল তেওঁলোকেই কবলৈ বাধ্য হৈছিল যে তেওঁলোকৰ প্ৰতিনিধি দলটোত এলিণৰে এটা বিশিষ্ট স্থান অধিকাৰ কৰি নিজৰ দক্ষতা দেখুৱাব পাৰিছে। ৰুছিয়াৰ প্ৰতিনিধি আৰু এলিণৰৰ মাজত যি তৰ্ক যুদ্ধ হৈছিল সেই তৰ্কযুদ্ধ শ্ৰোতাসকলৰ সদায় মনত থাকিব। মানৱ অধিকাৰ বিশদ ব্যাখ্যাৰ প্ৰসাৰৰ কাৰণে এখন মূল মানৱ অধিকাৰ আয়োগ গঠিত হৈছিল আৰু এলিণৰ এই আয়োগত সেৱা কৰিবৰ কাৰণে নিয়োজিত হৈছিল। এলিণৰৰ নিয়োগক সকলোৱে একমুখে শলাগ লৈছিল। তেওঁৰ

ছুৰ্ণোৰ সমালোচনাকাৰী সহকৰ্মী প্ৰতিনিধিবৰ্গই কবলৈ বাধ্য হৈছিল "আমি তেওঁৰ বিষয়ে যি কৈছিলো সকলো উঠাই লৈছো। আৰু আমি তেওঁক বহুত সমালোচনা কৰিছিলোঁ।" মানৱ অধিকাৰ আয়োগত শ্ৰীমতী ৰুজভেল্ট সভানেত্ৰী নিৰ্বাচিত হ'ল। "সংসদী ব্যৱস্থাৰ আইন আদিৰ বিষয়ে মোৰ জ্ঞান অতি সীমিত তথাপি মোৰ সাধ্যানুসাৰে মই কাম সুচাৰুৰূপে কৰিবলৈ চেষ্টা কৰিম"। এই বুলি তেওঁ সভানেত্ৰীৰ পদ গ্ৰহণ কৰিলে। ইংৰাজী আৰু ফৰাচী দুয়োটা ভাষাত বুৎপত্তি থকা কাৰণে তেওঁ সভাৰ কাৰ্য ক্ৰমণিকা সুচাৰুৰূপে চলাই লৈ গৈছিল। সদায় পূৰ্ণ প্ৰাণ পয়োভৰেৰে তেখেত সভাকক্ষলৈ আহিছিল। সদায় নিয়মানুবৰ্তিতাৰে সময়ত উপস্থিত হৈছিল। নাৰীসুলভ লাৱণ্যৰে তেখেতে কাৰ্য ক্ৰমণিকা পৰিচালনা কৰিছিল। কেতিয়াবা দুই এক মিনিট বেলিকৈ উপস্থিত হ'লে ক্ষমা বিচাৰিবলৈ কেতিয়াও নেপাহৰিছিল। তিনিসপ্তাহ একেৰাহে কাৰ্য ক্ৰমণিকাৰ কামবোৰ শেষ কৰি, আলোচনা কৰি স্থায়ীভাৱে মানৱ অধিকাৰৰ বিষয়ে আঠাইশখন ৰাষ্ট্ৰৰে এটা আয়োগ গঠন কৰিবলৈ সিদ্ধান্ত হ'ল। আন্তৰ্জাতিক আইনখনৰ খচৰা প্ৰস্তুত হ'ল। আলোচনা শেষ হৈ আহোঁ আহোঁ হওতেই ৰুছিয়াৰ প্ৰতিনিধিজন সলনি হ'ল আৰু নতুনকৈ অহা প্ৰতিনিধিজনে একো বুজিপোৱা নাই বুলি কোৱাত এবাৰ নহয় দুবাৰ নহয় ধৈৰ্যৰে তিনিবাৰ বুজাওঁতেও নুবুজিলে। প্ৰতিনিধিজনে আগৰ সকলো কথা সালসলনি কৰি নতুনকৈ আলোচনা হব লাগে বুলি ধৰিলে। এলিণৰে সভানেত্ৰী হিচাবে এই কাম কৰিবলৈ অস্বীকাৰ কৰি কৈছিল "এইবোৰ কামে মানুহৰ শক্তি ক্ষয় কৰে বৰ ভাগৰলগা... এবছৰৰ পাছত হয়তো ৰাছিয়াৰ ভাৱধাৰা সলনি হব। আমি ভালকৈয়ে কাম কৰিছোঁ। প্ৰকৃত কাম পিছৰ সভাবিলাকত আৰম্ভ হব যেতিয়া আমি আন্তৰ্জাতিক আইনৰ কথা হাতত লম। প্ৰতি দিনে কৃষ্ণ বস্ত্ৰ পৰিহিতা এগৰাকী মহিলাক লেক চাক্সেঁ আৰু ফ্লাচিং মেডৰ সভা কক্ষবোৰৰপৰা ওলাই সোমাই থকা দেখিবলৈ পোৱা গৈছিল আৰু তেওঁক মানুহে

শ্ৰীমতী ৰুজভেল্ট বুলি চিনি পাইছিল। তেওঁবেই কেৱল নিজৰ কমিটি-সমূহৰ সকলো কথা আগৰপৰা শুনিলৈ নখদৰ্পণত আছিল।

১৯৪৭ চনৰ জানুৱাৰী মাহত ওঠৰ ৰাষ্ট্ৰীয় মানৱ অধিকাৰৰ সমিতি খনৰ প্ৰথম অধিবেশনত শ্ৰীমতী ৰুজভেল্ট চাৰিবছৰৰ কাৰণে প্ৰতিনিধি নিৰ্বাচিত হ'ল আৰু তাৰ সভানেত্ৰী নিৰ্বাচিত হ'ল। ইয়াৰ উপসভা-পতিদ্বয় আছিল চীন দেশৰ ডঃ পেন চিন চাং আৰু লেবাননৰ ডাঃ চাৰ্লচ মালিক। পৃথিৱীজোৰা যুদ্ধৰ শেষত মানুহে পৃথিৱীক আৱৰিবলৈ কথা আলোচনা কৰিব লাগিব। ডঃ চাংগ আৰু ডঃ মালিকে দাৰ্শনিক পাণ্ডিত্যৰে কথা কবলৈ আৰম্ভ কৰিলে। এদিনৰ ৰুজভেল্টে তেওঁলোকক কামৰ কথা সোঁৱৰাই কামৰ অগ্ৰগতি ক্ষিপ্ৰতৰ কৰি তুলিব পাৰিছিল। বৌদ্ধিক ক্ষেত্ৰত মীমাংসাত আহিবলৈ অন্যধৰণৰ প্ৰতিবন্ধক কিছুমান আহি পৰিছিল। যুগোশ্লাভিয়াৰ প্ৰতিনিধিয়ে সঁকিয়াই কৈছিল যে "নতুন পৃথিৱীত ব্যক্তিক সমষ্টিৰূপত ধৰিব লাগে। আধুনিক যুগত সামাজিক নীতিয়ে আগঠাই পাব লাগে। ডাঃ মালিকে এই সমষ্টিগত কথা প্ৰতিবাদ কৰিছিল" মানুহ ব্যক্তি হিচাবে সমষ্টিতকৈ ওপৰত। ব্যক্তিৰ বিবেক মন অতি পবিত্ৰ। সমষ্টি হিচাবে কৰাৰ দৰে মানুহে ব্যক্তি হিচাবে ভুল কৰিব পাৰে। কিন্তু মানুহে ব্যক্তি হিচাবে সকলো কথা বিচাৰ কৰিবলৈ যোগ্য। "আমি সমাজত বা সম্প্ৰদায় এটাত ব্যক্তি হিচাবে থাকো আৰু আমি সমাজৰ বা সম্প্ৰদায়টোৰ কাৰণে কাম কৰোঁ সম্প্ৰদায় আৰু সমাজে আমাক জীয়াই থকাৰ সামগ্ৰী যোগায" বুলি কছিয়াৰ প্ৰতিনিধিজনে প্ৰতিবাদ কৰিলে। বৃটিছৰ শ্ৰ'মক চৰকাৰৰ প্ৰতিনিধিত্ব কৰা প্ৰতিনিধিজনে কৈছিল "সম্পূৰ্ণ ব্যক্তি স্বাধীনতা বুলি একো কথা নাই। ৰাষ্ট্ৰই আমাৰ অধিকাৰসমূহ ৰক্ষণাবেক্ষণ কৰে কাৰণে আমি ৰাষ্ট্ৰক কিবা দিব লাগিব"। শ্ৰীমতী ৰুজভেল্টে ডঃ মালি-কক সমৰ্থন কৰিছিল আৰু মালিকৰ বক্তব্যৰ এটা দিশৰ গুৰুত্ব আছে বুলি বিবেচনা কৰিছিল "ব্যক্তিক সমাজৰপৰা আঁতৰ কৰি ৰাখিব খোজা নাই। কিন্তু প্ৰত্যেক সমাজতে ব্যক্তিৰ কিছুমান অধিকাৰ সদায় সংৰক্ষিত

থাকিব লাগিব। মানৱ অধিকাৰৰ খচৰা প্ৰস্তুত কমিটিত শ্ৰীমতী কজভেল্টে বিদগ্ধ পণ্ডিত সকলক আগঠাই দি সেই কমিটিত থাকিব খুজিলে। তেওঁ কৈছিল "মই তেওঁলোকৰ উচ্চ চিন্তা আৰু ভাবধাৰিক সহজ কৰি সাধাৰণ মানুহে বুজিবপৰা কৰি দিব পাৰিম। মই মোৰ স্বামীকো এই বুলি কৈছিলো—তুমি যদি কথাবোৰ মই বুজি পোৱাকৈ কোৱা তেতিয়া দেশৰ সকলো মানুহে কথাবোৰ বুজি পাব আৰু এই কমিটিটোত মোৰ প্ৰকৃত মূল্য এই ধৰণৰে হব পাৰিব"।

মানৱ অধিকাৰ আয়োগৰ কিছুমান কথাত আমেৰিকাৰ জনমতে আপত্তি তুলিছিল। তেওঁলোকে ভাবিছিল যে ৰাষ্ট্ৰসংঘই আমেৰিকাৰ নীগ্ৰোবিলাকে বৈষম্যমূলক আচৰণৰ বিৰুদ্ধে কৰা আন্দোলনক সহায় কৰিব কাৰণ তেওঁলোকে ৰাষ্ট্ৰসংঘলৈ আমেৰিকাৰ সমাজব্যৱস্থাৰ বিৰুদ্ধে তেওঁলোকৰ অভিযোগ পূৰণ কৰিবৰ কাৰণে ইতিমধ্যে আবেদন কৰিছে। ৰুছিয়াৰ প্ৰতিনিধিয়ে মানৱ অধিকাৰ আয়োগে প্ৰথমতে আমেৰিকাৰ নীগ্ৰোসকলৰ আৱেদন আলোচনা কৰিব লাগে বুলি মত প্ৰকাশ কৰি আমেৰিকাক থকা-সৰকা কৰিছিল। 'টাইমচ' (Times) বোলা এখন আলোচনীত লিখিছিল যে ৰুছিয়াই তেওঁলোকৰ সমকক্ষ হিচাবে কেৱল এলিণৰ ৰুজভেল্টকহে পাইছিল। শ্ৰীমতী ৰুজভেল্টে বহুখিনি ৰুছিয়াৰ কথা সমৰ্থন কৰি কৈছিল যে যুক্তৰাষ্ট্ৰৰ কিছুমান দোষক্ৰুটি আছে যুক্তৰাষ্ট্ৰই দোষক্ৰুটিবোৰ আঁতৰবলৈ চেষ্টা কৰিব। এটা জাতিৰ এজন ব্যক্তিৰদৰে নিজৰ দেশৰ হীনদেৰি কিবা থাকিলে স্বীকাৰ কৰিবলৈ পৰিপক্কতা আহিব লাগিব। "ইমান সুন্দৰকৈ সৌজন্যতাৰে মিলাই কোৱা বক্তৃতা মই আগতে শুনা নাই" বুলি এগৰাকী চৰকাৰী মুখপাত্ৰই তেতিয়া মন্তব্য কৰিছিল।

ঘোষণাপত্ৰৰ প্ৰথম স্বৰ্তটোৱেই বহুখিনি সময় লৈছিল। "সকলো মানুহকে সমানভাৱে সৃষ্টিকৰ্তাই স্ৰজন কৰিছে।" এই কথাষাৰত মানুহ বুলিলে সাধাৰণতে পুৰুষক বুজায়। সেইকাৰণে আপত্তি উঠাত মানুহৰ ঠাইত জনগণ শব্দটো প্ৰয়োগ হ'ল। ঠিক তেনেকৈ স্ৰজন কৰা

কথাটো লৈ তৰ্ক চলিল। প্ৰজন কৰা বুজিলে সাধাৰণতে ঈশ্বৰৰ অস্তিত্বৰ কথাটো মানি লব লাগে। সেইকাৰণে সাম্যবাদী ৰাষ্ট্ৰৰ মত অনুসৰি "স্বাধীন আৰু সমানভাৱে জন্মগ্ৰহণ কৰিছে" বুলি বাক্য শেষ হৈছিল। এনেকৈ প্ৰায় প্ৰতিটো শব্দ প্ৰতিটো বাক্যৰ ওপৰত তৰ্ক বিতৰ্ক আলোচনা বিলোচনাৰ মাজত মানৱ অধিকাৰ আয়োগৰ কাম চলিবলৈ ধৰিলে। পেৰিচত এবাৰ "মানৱ অধিকাৰৰ কাৰণে সংগ্ৰাম "শিতানত বক্তৃতা প্ৰসংগত শ্ৰীমতী ৰুজভেল্টে কৈছিল—"মোৰ পৰিয়ালটো তুলিতালি ডাঙৰ দীঘল কৰোঁতে ধৈৰ্যৰ সীমা শেষ হৈ গৈছে বুলি ভাবিছিলোঁ কিন্তু মানৱ অধিকাৰ আয়োগৰ সভানেত্ৰী হিচাবে কাম কৰি কওঁ যে এজন ব্যক্তিৰপৰা ধৈৰ্যৰ পৰীক্ষা আৰু বেচি হব পাৰে। চাৰিজন আইনজীৱীয়ে এই কামত সহায় কৰিছে তেওঁলোকে প্ৰতিটো শাৰীত প্ৰতিটো শব্দৰ বেলেগ পৰিণতি হব যেন দেখে আৰু তেতিয়া মই কেতিয়াবা কিংকৰ্ত্তব্যবিমূঢ়া হওঁ।" তৰ্কবোৰ সদায় কৈ থকা কথাবোৰ আছিল কাৰণে বৰ আমনি লগা হৈ পৰিছিল। তথাপি ধৈৰ্য্যৰে সভাৰ কাম তেওঁ আগবঢ়াই লৈ গৈছিল। সাধাৰণ সভাত ঘোষণাপত্ৰ গৃহীত হ'ল। ৰাষ্ট্ৰসংঘৰ আঠচল্লিশখন দেশে সপক্ষে ভোট দিছিল। চোভিয়েট ৰুছিয়াৰ গোষ্ঠী ভোটদানৰপৰা বিৰত আছিল। মিচেচ ৰুজভেল্টৰ সুনেতৃত্বৰ কাৰণে সাধাৰণ সভাৰ প্ৰতিনিধিবৰ্গই তেওঁক সম্বৰ্দ্ধনা জনালে। শ্ৰীমতী ৰুজভেল্টৰ পাছত হোৱা এই আয়োগৰ সভাপতি ডঃ চাৰ্লচ মালিকে কৈছিল "শ্ৰীমতী ৰুজভেল্ট নোহোৱাকৈ আমি ইমানখিনি কাম কৰিব পাৰিলোহেঁতেন নে নাই কব নোৱাৰো।" শ্ৰীমতী ৰুজভেল্টৰ নাম শান্তিৰ নোবেল বঁটাৰ কাৰণে প্ৰস্তাৱিত হৈছিল। যদিও এই বঁটা তেখেতে লাভ কৰিব নোৱাৰিলে।

মানৱ অধিকাৰৰ ঘোষণা পত্ৰই অলপ দিনৰ ভিতৰতে ৰাষ্ট্ৰসমূহত অভাৱনীয়ভাৱে প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল। এই ঘোষণাপত্ৰই পৃথিৱীৰ মানুহৰ চেতনাক স্পৰ্শ কৰিব পাৰিছে বুলি ৰাষ্ট্ৰসংঘৰ একালৰ সচিব প্ৰধান ডাগ হেমাৰচেল্ডে মন্তব্য প্ৰকাশ কৰিছিল। ঘোষণাপত্ৰৰ

কথাবোৰ বহুতো ৰাষ্ট্ৰৰ সংবিধানত সন্নিলিত হৈছে। শ্ৰীমতী ৰুজভেল্টে ঘোষণাপত্ৰক ৰীতিনীতিতকৈ আগঠাই দি এই ঘোষণাপত্ৰক মানৱ অধিকাৰৰ মহান চনদ আখ্যাদি জয়লাভ কৰিলে। তেখেতৰ মৃত্যুৰ পাছত ৰাষ্ট্ৰসংঘৰ মানৱ অধিকাৰ পুৰস্কাৰ তেওঁলৈ আগবঢ়োৱা হৈছিল। কিন্তু এই পুৰস্কাৰতকৈও তেওঁ বেচি ভাল পাব যদি ঘোষণাপত্ৰই মানুহৰ নৈতিক সচেতনাত সঁচাকৈয়ে সোমাই পৰিব পাৰে।

শ্ৰীমতী ৰুজভেল্টে লিখিছিল "বিশ্বজনীন মানৱ অধিকাৰ ৰাক ক'ত আৰম্ভ হয়? ঘৰৰ ওচৰৰে সৰু সৰু ঠাইবোৰ—এই ঠাইবোৰ ইমান সৰু যে মানচিত্ৰত চকুত নপৰে। কিন্তু এই ঠাইবোৰ এজন ব্যক্তিৰ কাৰণে এখন পৃথিৱীৰ দৰে। যিটো চুবুৰীত তেওঁ থাকে যিখন স্কুল বা কলেজলৈ তেওঁ যায় যিখন কাৰখানা বা খেতিপাম বা অফিচত কাম কৰে—এইবোৰ ঠাইত প্ৰত্যেকজন মুনিহ তিৰোতা আৰু শিশুৱে সমান ন্যায় বিচাৰ বিচাৰে সমান সুবিধা আৰু বৰ্ণ বৈষম্যতা নথকাকৈ সমান মৰ্যাদা বিচাৰে। এই অধিকাৰবিলাকৰ এই ঠাইবোৰত অৰ্থ নেথাকিলে ইয়াৰ মূল্য কতো নেথাকিব। নাগৰিকে ঘৰৰ কাষৰ জগতত এইবোৰ অধিকাৰ মানি নচলিলে এই অধিকাৰসমূহৰ প্ৰয়োগ বৃহত্তৰ জগতত অযথা চাবলৈ ওলাম।"

এই গৰাকী ব্যক্তিত্বময়ী মহিলাৰ মৃত্যু হয় ১৯৬৪ চনৰ ৭ নবেম্বৰৰ দিনা। শেষকৃত্য অনুষ্ঠানত উপস্থিত আছিল আমেৰিকাৰ পাঁচজন ৰাষ্ট্ৰপতিৰ আসনত থকা লোক। তেওঁলোক আছিল, ট্ৰুমেন, আইচেন-হাৱাৰ, জনচন, নিক্সন আৰু কেনেডী। সকলোৱে তেখেতক "পৃথিৱীৰ প্ৰথম মহিলা" উপাধিৰে সন্মানিত কৰিছিল। ৰাষ্ট্ৰসংঘৰ ভাৰতীয় প্ৰতিনিধি বেনেলেগ ৰামা ৰাওৱে কৈছিল "শ্ৰীমতী ৰুজভেল্ট আমেৰিকা যুক্তৰাষ্ট্ৰৰ নায়েগ্ৰা জলপ্ৰৱাহৰদৰে আমেৰিকাৰ মহান এটা ঘটনা প্ৰৱাহ।" তেওঁৰ কৰ্ম্মব্যস্ততা দেখি নিজৰ স্বামী ফ্ৰেংকলিনে এদিন কৈছিল "ভগৱান এলিণৰক ক্লান্ত কৰা।" এলিণৰ জানো ক্লান্ত হব পাৰে? কেতিয়াও নোৱাৰে কাৰণ এলিণৰৰ অন্তৰে সকলো মানুহৰ

দুখত কান্দিছিল। মানুহৰ ন্যায়ৰ পৰাস্মুখ হলে দুখ পাইছিল। সেয়েহে নীগ্রো সকলৰ আন্দোলনে, ইহুদী সকলৰ ৰাষ্ট্ৰৰ দাবীয়ে এলিগৰৰ সমৰ্থন পাইছিল। আমেৰিকাৰ বেচৰকাৰী ৰাষ্ট্ৰদূতৰূপে বহুদেশ ভ্ৰমণ কৰি আন্তৰ্জাতিক শুভেচ্ছা গঢ়াত তেওঁৰ অৱদান অসীম। এলিণৰে মানৱ ধৰ্মৰ কাৰণে যুঁজিছিল আৰু ভাবিছিল মানুহৰ মনৰ সংকীৰ্ণতা দুৰ হৈ যেন মানুহে মানুহৰ দুখ বুজি ভেদাভেদ পাহৰি বসুধা উপভোগ্য কৰে যুদ্ধ আঁতৰি যায়, শান্তিৰ বাতাৱনে পৃথিৱীক শান্ত কৰে।

---

# কিছুমান শুধৰণি

| অশুদ্ধ | শুদ্ধ | পৃষ্ঠা | শাৰী |
|---|---|---|---|
| উভটি আন্দোলন | উভটি অহাৰ | ১ | ৬ |
| টেৰ | টেল আভিভৰ | ১৫ | ৬ |
| জাতীয় উদ্যোগ | জাতীয় দুৰ্যোগ | ২৫ | ১ |
| গল্ডি | গল্ডিয়ে | ৩৩ | ২২ |
| যুদ্ধৰে | যুদ্ধ | ৫১ | ৫ |
| গণিতজ্ঞ | গণিতজ্ঞা | ৫৯ | ২৩ |
| সৰোজিনী নাইডুক | সৰোজিনী নাইডুৰ | ৬৫ | ১৬ |
| নেতৃত্ব বহন আৰ্বাচ | নেতৃত্ব আব্বাচ | ৬৯ | ৫ |
| সৰোজিনী | সৰোজিনীৰ | ৬৯ | ৬ |
| কস্তুৰক | কস্তুৰবা | ৭০ | ৮ |
| আগাৰ্ফা | আগাৰ্খাঁ | ৭০ | ৮ |
| ইনিয়ট আৰু এনাইল | ইলিয়ট আৰু এনাহল | ৭২ | ১ |
| চকুৰ | চকুত | ৭২ | ৪ |
| থিয়ডৰ ৰুজতেল্ট | থিয়ডৰ ৰুজভেল্ট | ৭২/৭৩ | ১৮ |
| | ( Toeodore ) | আদি | |
| ডায়লেট | ভায়লেট | ৮৭ | ১১ |
| উচনাদাঁতৰ | উচলা দাঁতৰ | ৮৭ | ১৫ |
| ভিভাস্কাদশ | ভিফাস্কাদাৰ | ৯০ | ৪ |
| Viva Scudber | Viva Scudder | | |
| হান পৰিয়াল | হাল পৰিয়াল | ৯১ | ২১ |
| ৰুজভেল্ট | ৰুজভেল্টে | ৯২ | ১৪ |

| অশুদ্ধ | শুদ্ধ | পৃষ্ঠা | শাৰী |
|---|---|---|---|
| হাৰ্ডাড | হাৰ্ডাদ | ৯৩ | ২৩ |
| 'হ্যান' | 'হ্যান্স' | ৯৪ | ১৫ |
| লগুৱাৰ | লগুৱাৰে | ১০০ | ২৫ |
| অকাল | অকলে | ১০১ | ২২ |
| এ শাৰেট নেপ | এস্থাৰ লেপ | ১০৯ | ৮ |
| কেই কাৰণে | সেই কাৰণে | ১১০ | ১৯ |
| নকবিবলৈ | নকৰিলে | ২৪ | ২৪ |
| জোৰ দিবলৈ | জোৰ দিবনে | ১২০ | ৪ |
| নেভাবক | যিয়েই নেভাবক | ১২৫ | ১০ |
| কথাষাৰ | কথাবোৰ | ১২৭ | ৭ |
| এই | ই | ১২৭ | ২৩ |
| খুটি | যুটি | ১৩৪ | ২৭ |
| ট্ৰেমেনে | ট্ৰ্যুমেনে | ১৩৫ | ৬ |
| বিচাৰ | বেলেগ | ১৩৭ | ৪ |
| লেক চাক্সে´ | লেকচাক্সেচ | ১৩৮ | ২৬ |
| ক্ষিগ্ৰতৰ | ক্ষিপ্ৰতৰ | ১৩৯ | ১০ |
| বেনেলেগ ৰামাৰাও | বেনেগেল্স ৰামাৰাও | ১৪২ | ২৩ |